# ভাৰতীয় চিন্তা আৰু আদৰ্শ

**শ্ৰীশৰৎ চন্দ্ৰ শৰ্মা**
অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক,
পশ্চিম বড়িগোগ ধীৰদত্ত উচ্চ ইংৰাজী বিদ্যালয়,
বৰখালা, কামৰূপ।

চৰমা
পোঃ অঃ সানেকুছি
কামৰূপ ঃ অসম।

**'The Indian Thought And Ideal'**—*a volume of collected articles written by Shri Sarat Chandra Sarma* B.A., *the retired Headmaster of P. B. Dhirdatta High English School, Barkhala, of village Larama in Kamrup.*

---

প্ৰকাশক ঃ
গৃহবন্ধু গ্ৰন্থাগাৰ
লৰমা, কামৰূপ ।

বেটুপাত অঙ্কণ ঃ
শিল্পী অৰুণ কুমাৰ নাথ
তেজপুৰ ।

প্ৰথম প্ৰকাশ ঃ
অক্টোবৰ, ১৯৭৯ ।



মূল্য ঃ ৮·০০ টকা

ছপা আৰু পৰিবেশনা ঃ
জনতা প্ৰেছ, তেজপুৰ ।

প্ৰাপ্তিস্থান ঃ
বীণা লাইব্ৰেৰী, পাণ বজাৰ, গুৱাহাটী ।
জনতা বুক ষ্টল, তেজপুৰ ।
গৃহবন্ধু গ্ৰন্থাগাৰ, লৰমা ।

# ॥ নিবেদন ॥

## ঃ ভাৰতীয় চিন্তা আৰু আদৰ্শ ঃ

'ভাৰতীয় চিন্তা আৰু আদৰ্শ'ৰ আঁৰত যিখিনি কথা লুকাই আছে, সেয়া মোৰ শৈক্ষনিক চাকৰি-জীৱনত ভোগ কৰা তিতা-কেঁহাৰ আমনিত বিচাৰি পোৱা মিঠা বস্তু বুলি অনুভৱ কৰো। আদৰ্শৰ পথেদি চলাৰ প্ৰচেষ্টা থাকিলেও সি বৰ্তমান অৱস্থাত সহজসাধ্য নহয়। চাকৰি কৰি থকা সময়ত শিক্ষা ক্ষেত্ৰতো বিভিন্ন স্তৰত আদৰ্শৰ সঘন স্খলন দেখি মনটো তাৰপৰা ওফৰি ছিটিকি যাব খোজাত ৰাষ্ট্ৰৰ আৰু সমাজৰ সমস্যাৱলীৰ চিন্তা উদ্ভূত নৈতিক আৰু ধৰ্মীয়বোধৰ চেতনাই মনটোক টানি ৰাখে। সেই অৱস্থাতে লিখিত কেইটিমান প্ৰবন্ধ সাময়িকভাৱে বিভিন্ন আলোচনী আৰু সংবাদপত্ৰত ওলাই আছিল। তাৰ ভিতৰত কেইটিমান প্ৰেৰণাবশতঃ আৰু কেইটিমান প্ৰয়োজনৰ তাগিদাত লেখা আছিল। এতিয়া মোৰ ল'ৰাহঁতৰ তাড়ণাত আৰু কেইগৰাকীমান বিশিষ্ট পণ্ডিত বন্ধুৰ প্ৰেৰণাত ৰচনাখিনি খুপ খুৱাই আজিৰ কিতাপ ছপোৱা ব্যয় বহুল খৰছৰ বোজা মূৰত লৈও গ্ৰন্থাকাৰে উলিয়াবলৈ কামত আগবঢ়া হৈছে। কেইবাটাও প্ৰবন্ধ আলোচনীৰ পাতৰ পৰা উদ্ধাৰ কৰিব পৰা নহল—বিশেষকৈ, মোৰ মনত থকা পঞ্চাশৰ দশকৰ শেষৰ ফালে লেখা 'ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছৰ বুৰঞ্জী' আৰু 'আমি ব্যৱহাৰ কৰা পোচাক-পৰিচ্ছদ' (The Dress We Use নামৰ ইংৰাজী প্ৰবন্ধ) নামৰ দুটি চিন্তামূলক ৰচনা।

ভাৰতবৰ্ষ এতিয়াও গঢ়ন-পিটন অৱস্থাতে আছে। ইয়াক এক মহাজাতীয় উন্নত ৰাষ্ট্ৰৰূপে গঢ় দিবলৈ হলে সন্মুখত এটি স্পষ্ট আদৰ্শৰ পোহৰ নাথাকিলে কেনেকৈ হব? সেই আদৰ্শ-সৃষ্টিৰ ৰূপৰেখা অংকণ হব লাগে প্ৰাচীন মহাভাৰতীয় ঐতিহ্য আৰু সংস্কৃতিৰ ওপৰত। তাৰ লগত আধুনিক চিন্তাধাৰা আৰু আনৰ ভালখিনিও সমিলমিল কৰি গ্ৰহণ কৰিব লাগে। আজি বৈজ্ঞানিক যুগ; বিজ্ঞানৰ প্ৰয়োজনো আমাৰ অপৰিহাৰ্য। কিন্তু ভাৰতীয় ঐতিহ্যত আধ্যাত্মিক চৰ্চাৰো সুফল আছে। সেইবাবে দুয়োবিধৰ চৰ্চাইহে জাতিক প্ৰগতিৰ পথত আগবঢ়াই নিব। ৰচিত প্ৰবন্ধবোৰৰ মূল কেন্দ্ৰস্থ ভাবত এইটো পৰিলক্ষিত হয়। তাৰ মাজত ধৰ্মীয় ৰহণ সোমাই থাকিলেও সেই ৰহণক অন্ধ বিশ্বাস আৰু কুসংস্কাৰৰপৰা আঁতৰত ৰাখিবলৈ যত্ন কৰা হৈছে। শেষৰ প্ৰবন্ধটোৰ বাহিৰে বাকীবোৰ ৰচনা ভিন্ন বিষয়ৰ হলেও ভিন্ন সুৰা নহয়। সেই দিশৰ পৰা বিষয়বস্তুৰ ক্ষেত্ৰত গ্ৰন্থ হিচাবেও 'ভাৰতীয় চিন্তা

আৰু আদৰ্শ'ৰ মাজত এটা ঐক্য সূত্ৰ আৰু সামগ্ৰিক আবেদনৰ সংহতি থাকিব বুলি আশা কৰো।

ভাৰতীয় বিশাল গ্ৰন্থাগাৰৰ ৰত্নৰাজিয়ে আজিও আধুনিক সভ্যতাৰ পূৰ্ণ পোহৰ পোৱা নাই। ভাৰতীয় পুৰাণসমূহ আন দেশৰ পুৰাণৰ পৰা পৃথক। তত্ত্ব কথাৰ বাহিৰেও ইয়াৰ ঐতিহাসিক মূল্যও যথেষ্ট। সেইবাবে এই গ্ৰন্থসমূহক পুৰাণ-ইতিহাস বুলি কোৱা হয়। কিন্তু ইয়াৰ প্ৰকৃত চৰ্চা আৰু গৱেষণা হোৱা নাই। 'পৌৰাণিক' (legendary) আখ্যাৰে, আনদেশৰ পুৰাণৰ সতে নেওচি থোৱা হৈছে।

'অগ্ৰদূত' বাতৰি কাকতত খণ্ড খণ্ডকৈ প্ৰকাশ হোৱা 'ভাৰতীয় আৰ্য্যসকল বহিৰাগত নহয়' প্ৰবন্ধটো কিছু পৰিমাণে বিতৰ্কমূলক হোৱা বাবে প্ৰত্যালোচনাৰ আশা কৰা হৈছিল যদিও তেনে ধৰণৰ কোনো সঁহাৰি পোৱা নহল। সেই সম্পৰ্কত আৰু অধিক লেখিবলগীয়া আৰু প্ৰত্নতত্ত্ব সম্পৰ্কীয় অনেক পুথিৰ অধ্যয়নৰ প্ৰয়োজন আছে বুলি আমি ধাৰণা কৰো। ভাৰতীয় সম্পদৰ ওচৰত আশ্ৰয় লৈ ভাৰতীয় চিন্তাধাৰাৰে এখোপ আগবাঢ়ি চিন্তা-চৰ্চা-গৱেষণা কৰিবলৈ ভাৰতীয় পণ্ডিতসকল আগবাঢ়ি আহিব লাগে। এই দৃষ্টিভঙ্গীৰ পটভূমিত উক্ত প্ৰবন্ধটো সুধী সমাজৰ বিচাৰ্য্য। এই সম্পৰ্কে আমাৰ আৰু কিছু লেখিব লগীয়া আছে আৰু তাক পুস্তিকাকাৰে প্ৰকাশিবলৈ মন আছে।

তেজপুৰৰ সুশিল্পী-অভিনেতা উদীয়মান ডেকা শ্ৰীমান অৰুণকুমাৰ নাথে গ্ৰন্থখনিৰ বেটুপাত অঙ্কণ কৰি দি মোৰ অশেষ স্নেহ আৰু আশীৰ্বাদৰ পাত্ৰ হৈছে। তেওঁৰ উজ্জ্বল ভৱিষ্যত কামনা কৰিছো।

মোৰ একালৰ অতি মেধাৱী ছাত্ৰ পৰম স্নেহাস্পদ বৰ্তমান দৰং মহাবিদ্যালয়ৰ অসমীয়া ভাষা-সাহিত্য বিভাগৰ মুৰব্বী অধ্যাপক শ্ৰীমান গঙ্গানাথ শৰ্মাই গ্ৰন্থখন ছপা সময়তে চাই এটি আনন্দ প্ৰকাশক ভূমিকা লেখি দি মোক কৃতাৰ্থ কৰিছে, যদিও তদুক্ত গুণসমূহ মোৰ দৃষ্টিত একেবাৰে নাই বুলি মই সচেতন। মোৰ অন্তৰৰ আশীৰ্বাদ যে ভগৱানৰ কৰুণা তেওঁৰ জীৱনত বৰ্ষিত হওক।

তেজপুৰৰ জনতা প্ৰেছৰ স্বত্বাধিকাৰ মোৰ ছাত্ৰতুল্য শ্ৰীমান বদন লহকৰেও এই গ্ৰন্থখন আনন্দমনে ছপা কৰি উলিয়াই মোক সহায় কৰাত মই অতিশয় আনন্দ পাইছো। তেওঁৰ উন্নতি কামনা কৰিছো।

পৰিশেষত পাঠক ৰাইজৰ ওচৰত সহস্ৰ ত্ৰুটি মাৰ্জনাৰে।

শ্ৰীশৰৎ চন্দ্ৰ শৰ্মা

## ॥ এটি অভিমত ঃ আনন্দ প্ৰকাশ ॥

নিষ্ঠাবান আৰু আদৰ্শবান মোৰ পৰম শ্ৰদ্ধাস্পদ, এসময়ৰ শিক্ষাগুৰু শ্ৰীযুতশৰৎ চন্দ্ৰ শৰ্মা বি, এ দেৱ ৰচিত অতি উচ্চ মানদণ্ডসম্পন্ন, কুসুম-শুভ্ৰ আৰু সিন্ধু-গভীৰ ভাবধাৰা-সমৃদ্ধ প্ৰবন্ধাৱলীৰ সংকলন এটি পঢ়িবলৈ পোৱাৰ সৌভাগ্য আৰু আনন্দত নিজকে ধন্য আৰু গৰ্ব-স্ফীত অনুভৱ কৰিছো। প্ৰকাৰান্তৰে গুৰু-দক্ষিণাৰে সহস্ৰাংশৰ এটি নিবেদিত কপৰ্দক বুলিও হৰ্ষাপ্লুত হৈছো। তেনেই অগেঁতা মনত গ্ৰহণ কৰা আৰু অদ্যাবধি গভীৰ সাঁচ বহুৱাই থোৱা স্বল্পভাষী গুৰুদেৱ-মুখ-নিসৃত একোশাৰী ইংৰাজী বাক্য সোঁৱৰণ আৰু ৰোমন্থন কৰোঁতে স্বতঃস্ফূৰ্তভাৱে মোৰ মুৰ দোঁ খাই যায়।

এইজনা শ্ৰদ্ধেয় লেখকৰ 'ভাৰতীয় চিন্তা আৰু আদৰ্শ' চিন্তা-সিন্ধুৰ অশান্ত উৰ্মিমালাৰে বিধৌত চৈধ্যটা মহামূল্য মাণিক। বেদ-বেদান্ত, উপনিষদ, পুৰাণ, ভাৰত, গীতা আদি শাস্ত্ৰ-পয়োধিৰ উত্তাল তৰঙ্গৰ দুৰ্বোধ্যতাৰ মাজত ডুব দি উদ্ধাৰ কৰা ই গুহ্যাদপি গুহ্য অমূল্য ৰত্ন। ভাৰতীয় আধ্যাত্মিকতা, বিজ্ঞান, সামাজিক আদৰ্শ, ঐতিহ্য, শিক্ষা, ভাৰতীয় নাৰীৰ স্থান, ছবিগৃহ আৰু নাট্যানুষ্ঠান আৰু নাৰী মৰ্য্যাদা, শ্ৰীকৃষ্ণৰ ৰাসলীলাৰ তত্ত্বকথা, গীতাৰ পৰিচয়, বেদ-তন্ত্ৰাদি, হিন্দুধৰ্ম, ভাৰতীয় আৰ্য্যসকলৰ ভাৰতীয়ত্ব আৰু মূল আদিৰ নতুন ধৰণে কৰা বিচাৰ আৰু অসমৰ বিহুৰ গুৰিকথা আদি ৰচনাৰ ভাবধাৰাই এটি শুদ্ধ, মৌলিক, সংস্কৃত, আদৰ্শময় আৰু স্ফটিক মনৰ উজ্জ্বল আৰু প্ৰত্যক্ষ নিদৰ্শন দিয়ে। ৰচনাৰ বিষয় সমূহৰ তাৎপৰ্য্য কি আৰু ই কেনে হোৱা উচিত বা ইয়াক কি গতি-ধাৰাৰে গ্ৰহণ কৰা উচিত—ই এনে মধুৰ ভাবৰ সমন্বয়। ইয়াত সত্যৰ সূচ্যাগ্ৰও অপলাপ নাই অথবা বিতৰ্কীজনকো স্তিমিত মাত্ৰও আঁচোৰ নামাৰে। জ্ঞান-সিন্ধু মন্থনকাৰী, ত্ৰিকালজ্ঞ, ভাৰতীয় ঋষি-মনীষী ৰচিত বেদাদি শাস্ত্ৰসমূহেই যে মহাভাৰতীয় সংস্কৃতি, সভ্যতা, পৰমাৰ্থ, আদৰ্শ, দৰ্শন, কলা, বিজ্ঞান, সাহিত্য আদিৰ অক্ষয়-অব্যয় ভিত্তি—তাক' প্ৰতিপন্ন কৰাৰ ই সুস্থ প্ৰয়াস। প্ৰাচ্য আৰু পাশ্চাত্যৰ ক্ৰমে আধ্যাত্মিকতা আৰু বস্তুবাদক যুক্তিৰ চালনীৰে চালি, যুগ-পৰিবৰ্তনৰ প্ৰবাহেৰে জাৰি, ন্যায়ৰ তুলাচনীৰে জুখি-মাখি সত্যৰ ওজনটো নিৰুপণ কৰিহে ৰচনাৰ প্ৰতিপাদ্য বিষয় উপস্থাপন কৰিবলৈ লেখকে প্ৰয়াস পাইছে। It is a process of reciprocity। 'প্ৰদান' কষ্টসাধ্য বা অসাধ্য হব পাৰে, 'আদান' কিন্তু সুসাধ্য। কোনো ৰচনাৰ তাৎপৰ্য্য অন্তঃসলিলা ফল্গু সুঁতি, কোনো ৰচনাৰ তাৎপৰ্য্য আকৌ পূত-সলিলা ভাগীৰথী গঙ্গাৰ বহিঃপ্ৰবাহ।

ভাৰতীয় ধৰ্মশাস্ত্ৰই মানসিক দৈন্য, বিভ্ৰান্তি আৰু বিনাশৰ কাৰণবোৰক শাসন কৰি শ্ৰেয় আৰু প্ৰেয়ৰ যোগসূত্ৰৰ দ্বাৰা জীৱাত্মাক পৰমাত্মামুখী কৰে। অসত্য আৰু অমাৰ্জিতক শাসন কৰে (শস্ + ত্ৰণ্) বুলিয়েই ইয়াক শাস্ত্ৰ বোলে। আনহাতে পাশ্চাত্যৰ বিজ্ঞানে কিন্তু ঐহিক সুখৰে আহিলা যোগায় যদিও, ই সততে আত্মাক সন্ত্ৰাসিত নকৰাকৈও নাথাকে। পৰমাণুত পৰমাত্মাৰ ৰূপ আৰু আনন্দ উপলব্ধি কৰাৰ বিপৰীতে পৰমাণু (বোমাৰ)ৰ প্ৰলয়-লীলাৰ তাণ্ডৱ নৃত্যৰ বিভীষিকাইহে জগতৰ মানৱ সমাজক জীৱন্মৃত ৰূপত পৰিণত কৰে। এনে অপ্ৰিয় সত্য অনুভূত হ'লে বাল্মীকীৰ দৰে 'কিমিদং' বুলি মনত প্ৰশ্নহে উদয় হয়। বৰ্ত্তমান শ্ৰীস্বাধীনতাই হাঁহ কণীৰ ঠেক বিচাৰি পায়। আত্মপ্ৰসাদৰ স্বৰূপটো অভিনৱ আৰু ৰহস্যাবৃত।

পাশ্চাত্য জগতৰ ভ্ৰূকুটি-কুটিল দৃষ্টিত হিন্দুৰ শ্ৰীকৃষ্ণ-চৰিত্ৰ এটি স্খলিত আদৰ্শ। লেখকে পৰম ব্ৰহ্মৰ পৰম তত্ত্ব ৰাসলীলাৰ কৃষ্ণ-চৰিত্ৰৰ মাজেদি ফঁহিয়াই দেখুৱাইছে। শ্ৰীমদ্ভাগৱত গীতা, বেদ, তন্ত্ৰ, হিন্দুধৰ্ম, ভাৰতীয় আৰ্য্য, অসমৰ বিহুৰ গুৰি কথা আদিৰ বাহুল্য বৰ্জ্জন কৰি সাৰোদ্ধাৰ কৰি দেখুৱাইছে। অসমীয়া সাহিত্য ভঁৰালত ই আপুৰুগীয়া সম্পদ সঞ্চয় কৰিব বুলি মই ন-দি কৰ খোজো। কথা হ'ল--অসমীয়া পাঠকৰ গ্ৰহণৰ হৃদ্যতা।

বৰ্ত্তমান সমাজৰ বাস্তৱতাৰ ভিত্তিত শ্ৰদ্ধেয় লেখকে আদৰ্শৰ আঁচুফুল দি কেইবাখনো উপন্যাসো লেখিছে। তাত ৰোমান্তিক সুৰটোতকৈ ক্লাচিক সুৰটো আপেক্ষিকভাৱে অধিক। অন্ধ মিল্টন অথবা টলষ্টয়ে বহু-বঞ্চিত হৈও ঈশ্বৰ-নিন্দুক হোৱাৰ পৰিবৰ্তে বিদুৰ বা ভীষ্মৰ দৰে আধ্যাত্মিক বলত বলীয়ানহে হৈ পৰিছিল। উপন্যাসৰ চৰিত্ৰবোৰত এনে গুণৰ অনুৰণন আছে। লেখকৰ মানসিক সত্বাটোৰ প্ৰতিধ্বনিও তাত শুনা যায়। কাৰণ এটা সময়ত শ্ৰদ্ধেয় লেখক গৰাকীৰ জ্ঞান-দীপ্ত প্ৰতিভাক সন্নিকটৰ পৰাই উপলব্ধি কৰাৰ সৌভাগ্য মোৰো ঘটিছিল।

ভাষা-জননীৰ পূজাৰ এই নৈবেদ্যৰ ভাগ অসমীয়া পাঠকে আন্তৰিকতাৰে লওক--এয়ে মোৰ মনস্কামনা।

শ্ৰীগঙ্গা নাথ শৰ্মা
প্ৰধান অধ্যাপক,
অসমীয়া বিভাগ
দৰং মহাবিদ্যালয়।

তেজপুৰ,
১৮।১০।৭৯

## ॥ বিষয়ক্ৰম ॥


১। বস্তুবাদ আৰু আধ্যাত্মিকতা ॥ ১
২। অকল বিজ্ঞান নহয় আধ্যাত্মিকতাও ॥ ৬
৩। ভাৰতবৰ্ষ আৰু সামাজিক আদৰ্শ ॥ ১৩
৪। বৰ্ত্তমানত অতীতৰ মূল্যায়ণ ॥ ২৬
৫। শিক্ষাৰ মৰ্ম ॥ ৩৩
৬। ভাৰতত নাৰীৰ স্থান ॥ ৩৮
৭। প্ৰাচীন ভাৰতত স্ত্ৰী শিক্ষা ইতিহাস নে কিম্বদন্তি ॥ ৪৩
৮। ছবিগৃহ আৰু নাট্যমঞ্চ সম্পৰ্কত নাৰী মৰ্য্যাদা ॥ ৫০
৯। ৰাসলীলাৰ তত্ত্ব কথা ॥ ৫৬
১০। শ্ৰীমদ্ভাগৱত গীতাৰ পৰিচয় ॥ ৬৪
১১। বেদ আৰু তন্ত্ৰ অবিৰোধী ॥ ৭২
১২। হিন্দু ধৰ্ম্মৰ উপলব্ধি ॥ ৭৯
১৩। ভাৰতীয় আৰ্য্যসকল বহিৰাগত নহয় ॥ ৮৫
১৪। অসমৰ বিহুৰ গুৰিকথা ॥ ১০১

# বস্তুবাদ আৰু আধ্যাত্মিকতা

পৃথিবীত ধৰ্ম আজিও বতি আছে, কিন্তু ধৰ্মত বিশ্বাসী লোকৰ সংখ্যা দিনক দিনে কমি আহিছে। খৃষ্টান ধৰ্ম, ইচ্‌লাম ধৰ্ম, হিন্দু ধৰ্ম, শিখ ধৰ্ম, বৌদ্ধ ধৰ্ম, জৈন ধৰ্ম আৰু অনেক ধৰ্মই আজিও পৃথিবীত স্থান পাই আছে। যদি ধৰ্ম বোলা কথাটোত কোনো সত্যতা আৰু সাৰ্থকতা নাথাকিলহেঁতেন, তেনেহলে ই পৃথিবীৰ পৰা লোপ হ'লহেঁতেন। এই ধৰ্মৰ মূলত এক অলৌকিক প্ৰেৰণা আছে, যি প্ৰেৰণা ঈশ্বৰ-বিশ্বাসৰ পৰা আহিছে। এই ঈশ্বৰ-বিশ্বাসক মানব জাতিৰ আগত দাঙি ধৰিছে যীশুখৃষ্ট, মহম্মদ, নানক, কবিৰ, শঙ্কৰদেৱ, মাধৱদেৱ প্ৰভৃতি অনেক ধৰ্ম প্ৰৱৰ্তক মহাপুৰুষ আৰু ভাৰতীয় ঋষিমুনিসকলে। বাইবেল, কোৰাণ, বেদ, উপনিষদ্, পুৰানাদিৰ মাজেদি তেওঁলোকৰ যিবিলাক নিজা নিজা উক্তি তাৰ পৰা সুন্দৰকৈ প্ৰমাণিত হয়, যে তেওঁলোকে পৰমেশ্বৰ ভগবান বুলি এক বিৰাট শক্তিত অটল বিশ্বাস কৰে। যদি এই বিশ্বাসক আমি আজি অসত্য আৰু অন্ধ-বিশ্বাস বুলি উপলুঙা কৰিব খোজোঁ, তেনেহলে সেই প্ৰাচীন যুগক বৰ্বৰ-যুগ বুলি আৰু তেওঁলোকক বলিয়া বুলি ক'ব লাগিব। কিন্তু এই পৰ্য্যন্ত খৃষ্টান ধৰ্মাৱলম্বী সুসভ্য ইউৰোপীয়সকলে যীশুখৃষ্টক, ইচ্‌লাম ধৰ্মীসকলে মহম্মদক আৰু হিন্দুধৰ্মাৱলম্বীসকলে ঋষি-মুনিসকলক বলিয়া বুলি ক'ব পৰা নাই। যদি সেয়ে হয়, তেনেহলে আজি আমাৰ ধৰ্ম আৰু ভগবানৰ অস্তিত্ব সম্পৰ্কে স্থিৰ-বিশ্বাস নাই কেলেই ?

বৰ্তমানে জগতত তিনি শ্ৰেণীৰ লোক দেখা যায়। প্ৰথমতে ধাৰ্মিক শ্ৰেণী, তেওঁলোক ঈশ্বৰ-বিশ্বাসী আৰু আধ্যাত্মিক পথৰ অনুগামী। তেওঁ-লোক সংখ্যালঘিষ্ঠ। দ্বিতীয়তে সাংসাৰিক শ্ৰেণী। তেওঁলোকে সাংসাৰিক আশা-আকাংখা লৈয়ে ব্যস্ত। তেওঁলোকক লাগে একমাত্ৰ ধন-সম্পত্তি, প্ৰতিপত্তি আৰু ভোগ। ধৰ্ম আৰু ঈশ্বৰত তেওঁলোকৰ বিশ্বাসো নাই, অবিশ্বাসো নাই, সেই সম্পৰ্কে তেওঁলোক প্ৰায় উদাসীন। পৃথিবীত এই দল-টোৱেই সংখ্যাগৰিষ্ঠ। তেওঁলোকেই পৃথিবীত নানা সমস্যাৰ উৎপত্তি কৰিছে, নানা সমস্যাৰ সমাধানো কৰিছে। তৃতীয়তে নাস্তিক দল। তেওঁ-

লোকে ঐহিক সুখ-সম্ভোগকে জীৱনৰ চৰম উদ্দেশ্য ধৰি লয়। ঈশ্বৰ তত্ত্ব, ধৰ্ম-তত্ত্ব আদি তেওঁলোকে বুজিবলৈ টান পায়। আধ্যাত্মিক জীৱন তেওঁলোকে বুজি নাপায়। তেওঁলোকৰ সংখ্যা নিচেই তাকৰ যদিও সকলো দেশতে এনেকুৱা একোটি দল আছে, কিন্তু তেওঁলোকে কেতিয়াও জগতত প্ৰতিপত্তি কৰিব পৰা নাই।

দুইৰকম মনোগতিৰ ফেৰিয়াফেৰিত এই তিনিটা দলৰ উদ্ভৱ হৈছে। ই বস্তুবাদী মনোগতি আৰু আধ্যাত্মিক মনোগতি। চিন্তা শক্তিৰ উগ্ৰতা আৰু অনুগ্ৰতা অনুসাৰে এই দুই মনোগতিৰ সৃষ্টি হৈছে। ইয়াতে প্ৰশ্ন উঠে কোনবিলাক মানুহে চিন্তা নকৰে। আমি দেখিবলৈ পাওঁ, বাল্যাৱস্থাত ল'ৰা-ছোৱালীবিলাকে সাংসাৰিক চিন্তা নকৰে নাইবা কৰিব নোৱাৰে। ইয়াৰ দুটি কাৰণ, তেওঁলোকে বস্তুৰ অভাব অনুভৱ নকৰে কিয়নো মাতা-পিতা অভিভাৱকসকলে তেওঁলোকৰ অভাৱ পূৰণ কৰি থাকে। আকৌ অভাৱ থাকিলেও চিন্তাশক্তি প্ৰয়োগেৰে কাৰ্য্যশক্তিক প্ৰখৰ কৰিব নোৱাৰে, কিয়নো তেওঁলোকৰ মস্তিষ্ক শক্তিৰ পৈণত অৱস্থা নাই। তদনুসাৰে প্ৰাপ্ত-বয়স্ক লোক সকলৰ ভিতৰতো যিবিলাক অভাৱগ্ৰস্ত, তেওঁলোকে চিন্তা কৰিবলৈ বাধ্য হয় আৰু মস্তিষ্ক শক্তিৰ পৈণত অৱস্থা হোৱা গতিকে চিন্তা-শক্তি প্ৰয়োগ কৰি অভাৱ পূৰণ কৰিবলৈ কাৰ্য্যশক্তিৰ উৎপত্তি কৰে। এইদৰে তেওঁলোক বস্তুবাদী ভাৱাপন্ন হৈ পৰে। আকৌ যি সকলৰ অভাৱ নাই অথচ মস্তিষ্ক শক্তিৰ পৈণতাৱস্থা, তেওঁলোকেও চিন্তা নকৰি থাকিব নোৱাৰে। তেতিয়া সেই চিন্তা আধ্যাত্মিক চিন্তাত পৰিণত হয়, বস্তুবাদী ভাব মনৰ পৰা লোপ হবলৈ ধৰে, কিয়নো বস্তুৰ কাৰণে তেওঁলোকৰ স্পৃহা নাথাকে। প্ৰাচীন কালত অভাৱ নাছিল আৰু মানুহৰ মগজু শক্তিও প্ৰবল আছিল, গতিকে চিন্তাই আধ্যাত্মিক বাট সহজে লৈছিল। তাৰ ফলত আধ্যাত্মিক চৰ্চ্চা অধিক হৈছিল আৰু এইদৰেই বেদ, উপনিষদ্, দৰ্শন, পুৰাণাদিৰ তত্ত্ব কথা ঋষি-মুনিসকলৰ মস্তিষ্কৰ পৰা স্ফুৰণ হৈছিল।

ভাৰতীয় মনীষাৰ প্ৰখৰতা ইমান বেচি আছিল যে তেওঁলোকে জ্ঞানৰ মাজেদি আধ্যাত্মিক চৰ্চ্চাৰ চৰম সীমাত উপনীত হৈছিল। ভগবান-প্ৰাপ্তিৰ পথ জগতবাসীৰ আগত প্ৰত্যক্ষীভূত কৰিছিল। ভাৰতৰ সকলো ৰকম অনুকূল অৱস্থাই তেওঁলোকৰ এই কৰ্মৰ সহায়ক হোৱাত তেওঁলোকৰ সাধনা সফল হৈছিল। সাধনা সিদ্ধিৰ ফলত তেওঁলোকে অলৌকিক শক্তি লভিছিল আৰু এই শক্তিয়ে জন-সাধাৰণৰ মনৰ ওপৰত অতুল প্ৰভাৱ পেলাইছিল। এই প্ৰভাৱ আধ্যাত্মিক প্ৰভাৱ হোৱাটো অৱশ্যম্ভাৱী। এনে



অৱস্থাত তেওঁলোকে সমাজত যি আদৰ্শ দাঙি ধৰিছিল, সেই আদৰ্শই নিশ্চয় তাত স্থান পাইছিল। ফলতঃ, সেই কালত ভাৰতীয় সমাজ সকলো ক্ষেত্ৰতে এক আধ্যাত্মিক আদৰ্শৰ ওপৰত প্ৰতিষ্ঠাপিত হবলৈ বাধ্য হৈছিল। বৰ্ণাশ্ৰম ধৰ্মৰ উৎপত্তিৰ হেতু এইটোকে ধৰিব পাৰি। বৰ্ণাশ্ৰম ধৰ্মই মানব জাতিক প্ৰবৃত্তি আৰু নিবৃত্তি উভয় মাৰ্গৰে আৱশ্যকতা দেখুৱাইছে। জীৱনৰ এটি ভাগত প্ৰবৃত্তি মাৰ্গ, আনটি ভাগত নিবৃত্তি মাৰ্গ অনুশীলনীয়। কিয়নো মনীষীসকলে চৰম আধ্যাত্মিক জ্ঞানেৰে এখন পাৰলৌকিক সংসাৰো দেখা পাইছে। এই পাৰলৌকিক সদগতিৰ কাৰণেও ইহ জন্মতে ধৰ্মাচৰণ কৰিব লাগে। এইদৰেই অতীত কালত ভাৰতত ধৰ্মৰ প্ৰভাৱ অতুলনীয় হৈ পৰিছিল। এইখিনিতে এইটো বুজিলে ভুল কৰা হব, যে ঐহিক সুখৰ কাৰণে ধৰ্মাচৰণ নালাগে। ধৰ্মাচৰণ কৰি অতি উৎকট পুণ্যৰ ফলত অতীত কালত অনেক ৰাজ-ৰাজেশ্বৰে অখণ্ড প্ৰতাপ দেখুৱাইছিল। তাৰ প্ৰমাণ আজিও আমাৰ গ্ৰন্থবিলাকত আছে।

ধৰ্ম বুলি এটা ভাবে যেতিয়া মনত ঠাই পায়, অধৰ্ম কি সিও আপোনা-আপুনি বোধগম্য হয়। মানুহবিলাক ধৰ্ম-প্ৰাণ হোৱাৰ লগে লগে অধৰ্ম বা পাপকাৰ্য্যৰ পৰা বিৰত হবলৈ শিকিলে আৰু সাংসাৰিক সুখ-সম্পত্তি, ভোগ-বিলাস আৰু প্ৰতিপত্তিয়েই জীৱনৰ যে একমাত্ৰ লক্ষ্য নহয়, তাক বুজি পালে। 'একল তেৱেঁই সত্য, জগৎ মিথ্যা', 'সোহং' 'আত্মা-পৰমাত্মাৰ মিলন' ইত্যাদি সূত্ৰবিলাক মানুহৰ মনত শিপাবলৈ ধৰিলে আৰু তেওঁলোকৰ চিন্তাধাৰা ভগৱন্মুখী হবলৈ ধৰিলে। এনে অৱস্থাত সকলো লোকৰ ইহ সংসাৰৰ প্ৰতি ঐকান্তিক অনুৰাগ থাকিব নোৱাৰে, আংশিক বৈৰাগ্যহে অহাটো স্বাভাৱিক। এই বৈৰাগ্য ওপজাৰ লগে লগে বস্তুবাদী ভাব মনৰ পৰা ক্ৰমান্বয়ে আঁতৰিবলৈ ধৰিলে। সেই দেখিহে ভাৰতীয় লোক অতীত কালৰ পৰা ধৰ্মপ্ৰাণ আৰু আধ্যাত্মিক ভাবাপন্ন। বস্তুবাদী ভাৱ ভাৰতত নিকৃষ্টতৰ হল। ভাৰতীয় পৰাধীনতাৰ ইও এটা কাৰণ।

ভাৰতৰ এই আধ্যাত্মিক যুগৰ প্ৰাচীনত্ব খৃঃ পূঃ প্ৰায় ৫০০০ বছৰকে ধৰিল। এই আধ্যাত্মিক যুগত সমসাময়িক ইউৰোপৰ অৱস্থা কেনে আছিল? ইউৰোপত এইটো গ্ৰীক-ৰোমান সভ্যতাৰ যুগ আৰু প্ৰাক্ গ্ৰীক-ৰোমান যুগৰো এছোৱা। এই যুগত ইউৰোপতো এটি আধ্যাত্মিক দল আছিল। তেওঁলোকেও ভগবানক উপলব্ধি কৰিছিল আৰু আধ্যাত্মিক-চৰ্চ্চা কৰিছিল। সেই সময়ত ইহুদী ধৰ্ম পালনীয় ধৰ্ম আৰু হিব্ৰু ভাষাত লিখিত প্ৰথমছোৱা বাইবেলেই ধৰ্ম-গ্ৰন্থ আছিল। ধৰ্ম ক্ষেত্ৰত সাম্প্ৰদায়িক

মতবাদী অন্যান্য বিৰোধী দলো আছিল। সাহিত্য, বিজ্ঞান, শিল্প-কলা আদি বিষয়ত গ্ৰীক্ আৰু ৰোমান জাতিয়ে চৰম উন্নতি সাধিছিল। কিন্তু ধৰ্মক্ষেত্ৰত আধ্যাত্মিক চৰ্চা বিষয়ত তেওঁলোকে ভাৰতীয় লোকৰ সমানে আগবাঢ়িব পৰা নাছিল। ইয়াৰ কাৰণ কেইবাটিও। ভাৰতীয় সকলে যি আধ্যাত্মিক প্ৰেৰণা পাইছিল, তাক তীব্ৰতৰ কৰিছিল বেদ, উপনিষদ আদিৰ উচ্চ জ্ঞানে। ইউৰোপত এই জ্ঞান-চৰ্চা নিম্ন থাপৰ। ইউৰোপৰ ৰাষ্ট্ৰীয় আৰু সামাজিক জীৱন ঘটনা-বাহুল্যৰে পৰিপূৰ্ণ। এনেকুৱা অৱস্থা নিৰাপদ আধ্যাত্মিক চৰ্চাৰ প্ৰতিকূলে গৈছিল। প্ৰাক্ খৃষ্টিয়ান যুগত প্ৰকৃত ধৰ্মৰ ভাৱ কম আছিল আৰু ৰাষ্ট্ৰীয় ঘটনাসমূহৰ প্ৰভাৱে মানুহৰ মনলৈ বাস্তৱ দৃষ্টিভঙ্গী আনিছিল। খৃষ্টান যুগত ধৰ্মৰ প্ৰচাৰ বাঢ়িল সঁচা, কিন্তু ধৰ্ম সম্প্ৰদায়ে ক্ষমতা হাতত লৈ জাকজমক-পূৰ্ণ জীৱনৰ সুবিধা কৰি ললে। তেওঁলোক ভোগ বিলাস আৰু কলুষিতাৰে পৰিপূৰ্ণ আছিল। ৰাজক্ষমতা আৰু ধৰ্মীয় ক্ষমতাৰ মাজত প্ৰায়ে সংঘৰ্ষ হৈছিল আৰু ধৰ্ম-বিপ্লৱ হৈছিল। পৰবৰ্তী খৃষ্টান যুগত নতুন জল পথ আৱিষ্কাৰ, আমেৰিকাৰ স্বাধীনতা লাভ, ফৰাচী বিপ্লৱ আদি যুগান্তকাৰী ঘটনাসমূহে মানুহক বাস্তৱবাদী কৰি তুলিলে আৰু আধ্যাত্মিক ক্ষেত্ৰৰ পৰা বহুত আঁতৰালে। সামাজিক প্ৰতিষ্ঠা, প্ৰতিপত্তি, ভোগবিলাস আদিতহে মানুহৰ চিন্তা-শক্তি নিয়োজিত হবলৈ ধৰিলে। এইদৰে গোটেই ইউৰোপ বস্তুবাদী হৈ পৰিল।

মনীষী লোকসকলৰ মগজু শক্তি অকামিলা হৈ বহি নাথাকে। আধ্যাত্মিক ক্ষেত্ৰ ইউৰোপীয়সকলৰ পৰা বহু আঁতৰি যোৱাত, তেওঁলোকৰ চিন্তা শক্তিয়ে কাম কৰিবলৈ এখন বিশেষ ক্ষেত্ৰ বাচি ললে। সেয়ে বৈজ্ঞানিক ক্ষেত্ৰ। দুই এটা আৱিষ্কাৰ কৰি কৃতকাৰ্য্য হোৱাত বৈজ্ঞানিক সকল বিজ্ঞান-চৰ্চাত একাণপতীয়াকৈ লাগিল আৰু সেই দেখি আজি পাশ্চাত্য-বিজ্ঞানৰ ইমানখিনি উন্নতি দেখোঁ। বিজ্ঞানৰ উন্নতি মানে বস্তুবাদৰ উন্নতি। বৈজ্ঞানিক উন্নতিৰ ফল ঐহিক সুখৰ কাৰণে। আজি বিজ্ঞানৰ ইমানখিনি উন্নতি হল যে তাৰ আশ্চৰ্য্যত বহুত লোকে ভগবান আৰু ধৰ্মক পাহৰিলে। ইউৰোপত জন্মান্তৰ-বাদ তথ্য যদিও আছে, সি অতি ঠেক গণ্ডীৰ ভিতৰত। এই জন্মান্তৰ বাদত আস্থাহীনতাই আৰু ইহ সংসাৰ জীৱনৰ একমাত্ৰ লক্ষ্য—এই দৃষ্টিভঙ্গীয়ে ইউৰোপীয় জীৱনৰ এটা ত্ৰুটি ঘটাইছে। বৈজ্ঞানিক আৱিষ্কাৰত জগতবাসী আজি মুগ্ধ সঁচা, কিন্তু জগতত প্ৰকৃত শান্তি আহিছেনে? নহলে, জগতবাসীয়ে আজি শান্তি বিচাৰি বিয়াকুল কিয়? আমি দেখিছো, জগতত বস্তুবাদী শক্তি আৰু আধ্যাত্মিক শক্তিৰ এটি সমিল-মিল



অৱস্থা কেতিয়াও ঘটা নাই। ভাৰতত যেতিয়া আধ্যাত্মিকতাৰ প্ৰবল গতি, বস্তুবাদ পতনাভিমুখী আৰু ইউৰোপত যেতিয়া বস্তুবাদৰ প্ৰবল গতি, আধ্যাত্মিকতা পতনাভিমুখী। জগতে আজি শান্তি বিচাৰিছে, কিন্তু যদি বস্তুবাদৰ প্ৰখৰ গতিত বাধা নপৰে, তেনেহলে অশান্তিহে বৃদ্ধি হব। আধ্যাত্মিকতাৰ সংমিশ্ৰণে এই বাধা আনিব পাৰে আৰু বস্তুবাদী বিপদৰ পৰা জগতক ৰক্ষা কৰিব পাৰে। বস্তুবাদী বিপদৰ প্ৰমাণ আমি চকুৰ আগতে দেখিছোঁ। ইটালী, জাৰ্মানী, আৰু জাপানী শক্তিৰ পতন চূড়ান্ত বস্তুবাদৰ পৰিণাম। গতিকে বস্তুবাদ আৰু আধ্যাত্মিকতাৰ এটি সমিল-মিল অৱস্থা ঘটোৱা জগতবাসীৰ আজি কৰ্তব্য। ফলতঃ তেওঁলোকে পৰমেশ্বৰ ভগবান আৰু ধৰ্ম-বিশ্বাসক বাদ দিব নোৱাৰে।

ইউৰোপক দেখি ভাৰতবাসীও আজি বস্তুবাদী আদৰ্শ লোৱাৰ পক্ষপাতী। সঁচা আধ্যাত্মিক অৱস্থাৰ লগত সমিল-মিল ঘটাবলৈ ভাৰতত আজি বৈজ্ঞানিক চৰ্চা আৱশ্যকীয় হৈ পৰিছে। প্ৰাচীন ভাৰতীয় সংস্কৃতি ইমান ওখ থাপৰ যে পাশ্চাত্য বিজ্ঞানে যিবিলাক মূল সূত্ৰ অৱলম্বন কৰি বিজ্ঞান চৰ্চা কৰিছে, প্ৰায় সকলোবোৰ আমাৰ প্ৰাচীন গ্ৰন্থৰাজিত বিৰাজ কৰিছে। প্ৰাচীন ভাৰতে সেইবোৰ কাৰ্য্যকৰী শক্তিৰে বিকাশ কৰিবলৈ চেষ্টা কৰা নাছিল। কিয়নো, তেওঁলোকে বৈজ্ঞানিক উন্নতি বাঞ্ছা কৰা নাছিল। কাৰণ ঐহিক সুখ জীৱনৰ একমাত্ৰ লক্ষ্য নহয় যেতিয়া বৈজ্ঞানিক উন্নতিৰ ফলাধিক্য অনাৱশ্যকীয় আৰু সি আধ্যাত্মিক পথত বিধি-পথালি হব পাৰে। কিন্তু আজিৰ অৱস্থাত ভাৰতে বস্তুবাদী শক্তিক কাৰ্য্যকৰী কৰি তুলিবৰ আৱশ্যক হৈছে। আধ্যাত্মিক ফালতো বহুত ত্ৰুটি-বিচ্যুতি ঘটিছে। প্ৰাচীন কালৰ আধ্যাত্মিক চৰ্চা আজি ভাৰতত নাই। বহুত মানুহে ঈশ্বৰ আৰু ধৰ্ম মানিবলৈ নাৰাজ, কিন্তু বস্তুবাদী শক্তিক জাগৰিত কৰি বিজ্ঞানাদিৰ চৰ্চাও কৰা নাই। এইদৰে আজি ভাৰতত উভয় ফালৰ চৰ্চা আৱশ্যকীয় হৈ পৰিছে। ভাবি চালে এইটো সুখৰ কথা, যে বস্তুবাদৰ উন্নতি সাধনত ভাৰত আজি তেনেই পৰমুখাপেক্ষী হব লগীয়া নহয়। আধ্যাত্মিক ফাল সম্পৰ্কেও কোনো নতুন আদৰ্শৰ স্থান ইয়াত হ'ব নোৱাৰে। বিজ্ঞানাদি চৰ্চা বিষয়ত পাশ্চাত্য আদৰ্শক সাৰথি কৰি ভাৰতবাসীয়ে প্ৰাচীন ভাৰতীয় বিজ্ঞানৰ উহ বিচাৰি উলিয়াই তাৰ উদ্ধাৰ কল্পে গৱেষণা কৰিব লাগে আৰু দেশত এই বিজ্ঞানৰ প্ৰতিষ্ঠা হব লাগে। ০০০

০০০ ১৮৭৮ শকৰ শাওণ সংখ্যা 'বামধেনু'ত প্ৰকাশিত।

# অকল বিজ্ঞান নহয় আধ্যাত্মিকতাও

মানুহ মাত্ৰেই কিঞ্চিৎ অন্তৰ্নিহিত ঐশ্বৰিক শক্তিৰ একোটা বাহ্যিক প্ৰতিমূৰ্তি। এই সীমিত শক্তিৰ পূৰ্ণ বিকাশ কৰাটোৱে জীৱনৰ মুখ্য কাম। ইয়াকে কৰিবলৈ যাওঁতে মানৱ ধৰ্ময়ো ৰূপ লয়। এই ধৰ্ম চৰ্চা দুটা পথেৰে হোৱা দেখা যায়। আধ্যাত্মিক আৰু বস্তুবাদী বা বৈজ্ঞানিক। ধৰ্মীয় দৃষ্টিভঙ্গীৰে কৰিলে বৈজ্ঞানিক চৰ্চা ধৰ্ম চৰ্চাৰ আন এটি দিশ বুলি ধৰিলে ভুল নহব। কিন্তু বৰ্তমানে ধ্বংস আৰু অন্যায়ৰ দৃষ্টিভঙ্গীৰে কৰিবলৈ যাওঁতে বৈজ্ঞানিক চৰ্চা ধৰ্মীয় ভাবৰ পৰা আঁতৰি যোৱাত ধৰ্ম আৰু বিজ্ঞান পৰস্পৰ বিৰোধী বুলি অনুমিত হৈছে।

আধ্যাত্মিক সাধন আৰু বস্তুবাদী সাধনৰ উচ্চ সমন্বয়ে মানবীয় সাধন পৰিপূৰ্ণ কৰে। পৃথিবীৰ বুৰঞ্জীয়ে কয়, কোনো কালে দুয়োবিধৰ সমকালীন উচ্চ চৰ্চা নোহোৱাত সেই সমন্বয় ঘটা নাই। ইয়াৰ পৰিবৰ্তে দুডাল সূতা মূৰামূৰিকৈ জোৰা লাগি এডাল হোৱাৰ দৰে আধ্যাত্মিকতা আৰু বিজ্ঞানো জোৰা লাগি চলি থকা এটা পৰম্পৰাহে দেখা যায়। এই পৰম্পৰাৰ লগত আধ্যাত্মিক-প্ৰধান যুগত যিখিনি বৈজ্ঞানিক বোল আৰু বিজ্ঞান প্ৰধান যুগত যিখিনি আধ্যাত্মিক বোল পোৱা হয়, সি যথেষ্ট নহয়। আদিতে প্ৰাচীন যুগৰ প্ৰথম কেবা শতাব্দীলৈ আধ্যাত্মিক চৰ্চাৰ মানদণ্ড অতি উচ্চ আছিল। তাৰ স্থান আছিল বিশেষকৈ ভাৰতবৰ্ষ। তাৰ পিছত ক্ৰমান্বয়ে বিজ্ঞানে নতুন স্তৰলৈ ওলাই আহে আৰু আধ্যাত্মিকতা অধোমুখী হবলৈ ধৰে। তাৰ প্ৰথম স্থান হ'ল বিশেষকৈ পাশ্চাত্য। এনেকৈ দুয়োবিধ চৰ্চাই এবাএবিকৈ পৰিপক্কতা লাভ কৰে যদিও জগতৰ কল্যাণে পূৰ্ণতা লাভ নকৰিব। দুয়োবিধৰ সমন্বয়তহে মানবীয় কৰ্তব্য ফুটি ওলায়।

ভাৰতৰ ক্ষেত্ৰত ধৰ্মৰ উৎপত্তি মানৱ সৃষ্টিৰ লগৰীয়া বুলি কব পাৰি। পৃথিবীৰ অন্যান্য বহুত দেশৰ ক্ষেত্ৰত এটা আদিম অৱস্থা পাৰ হৈ যোৱাৰ পিছতহে ধৰ্ম আৰু শিক্ষা সংস্কৃতিৰ বিকাশ হোৱা দেখা যায়। ভাৰতবৰ্ষক প্ৰাচীনতম দেশ বুলি নকলেও তাৰ প্ৰাচীনত্ব ইমান বেছি যে তাক ঠাৱৰ



কৰিবলৈ টান হয়। আদিৰে পৰা ভাৰতীয় মানুহৰ আধ্যাত্মিকতাই প্ৰাণ। আদি যুগৰ এটা সময়ত ভাৰতবৰ্ষই আধ্যাত্মিক আৱিষ্কাৰ কৰি ইমান উচ্চশক্তি লাভ কৰিছিল যে তাক অতি মানৱীয় বুলিব লাগিব। তাৰ নমুনা ভাৰতবৰ্ষৰ দুই এখন ঠাইত এতিয়াও নোহোৱা নহয়।

গ্ৰীক্ যুগটো ভাৰতীয় আধ্যাত্মিক যুগৰ শেষ ছোৱাৰ সমসাময়িক। প্ৰশ্ন উঠে, গ্ৰীক্ যুগ আৰু তাৰ পৰৱৰ্তী যুগৰ (অৰ্থাৎ যিটো যুগৰ পাশ্চাত্য বিজ্ঞানৰ উন্নতিয়ে জগতত নতুন পোহৰ দিলে) সমসাময়িক ভাৰতত বিজ্ঞানৰ পোহৰে কিয় ৰেখাপাত নকৰিলে বা ভাৰতীয়ই কিয় আধুনিক বিজ্ঞান চৰ্চা নকৰিলে। তাৰ উত্তৰ পাবলৈ হলে তলৰ কথাখিনি মন কৰিব লগীয়া।

অতি প্ৰাচীন কালৰ পৰা উৎকট আধ্যাত্মিকতাই ভাৰতীয় মনক আচ্ছাদিত কৰি বৈজ্ঞানিক আবিষ্কাৰৰ সকলো সম্ভাৱনাক ৰুদ্ধ কৰি থৈছিল আৰু সেই চিন্তাধাৰা পৰৱৰ্তী কাললৈও অব্যাহত থাকি একেটা সুঁতিৰে বৈ থাকিল। আকৌ কব লাগিব ভাৰতীয় মনত বিস্তাৰিত সত্ত্ব-গুণী শক্তিৰ প্ৰভাৱ, দেশত বৈজ্ঞানিক প্ৰেৰণাৰ প্ৰতিকূল ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক পৰিস্থিতি। প্ৰমাণৰ কাৰণে ভাৰতৰ ঐতিহাসিক যুগৰ ফালে চকু দিব লগিব।

বৌদ্ধ-যুগত জাতিভেদ নাছিলেই। অশোকে ৰাজ্যজয় এৰি ধৰ্মজয়হে কৰিছিল। ৰাজকোষত ধন জমা হলে হৰ্ষ, কণিষ্ক আদি ৰজাসকলে সময়ে সময়ে তাক প্ৰজাৰ মাজত বিলাই দি দানধৰ্ম আৰু ত্যাগৰ উদাহৰণ দাঙি ধৰিছিল। প্ৰজাৰ অৰ্থলিপ্সা সংযত আছিল আৰু সাধাৰণ ভাবে খাব লবলৈ পালেও তেওঁলোক সন্তুষ্ট আছিল। ভিক্ষাজীৱী আছিল যদিও ভিক্ষাৰে খাই লৈ থাকি ধৰ্মীয় মনোভাৱেৰে দিন কটাইছিল। গতিকে খোৱা-থকাৰ বাবে আজিৰ দৰে কঠিন সমস্যা নাছিল। বৰং ই সহজহে আছিল। এনে অৱস্থাত প্ৰজাৰ ভিতৰত সংঘৰ্ষ হোৱাৰো কাৰণ নাছিল। সামাজিক শৃঙ্খলা থকাৰ কাৰণে প্ৰজাৰ ভিতৰত সাম্প্ৰদায়িক বিৰোধিতাও নাছিল। এনে স্থলত ভাৰতীয়ৰ মনত পৰিবৰ্তন বা নতুনত্বৰ বোধে কোনো সঁহাৰি দিয়া নাছিল আৰু বাহ্যিক নাইবা প্ৰাকৃতিক জগতৰ কাৰ্য্য-কলাপে তাৰ অনুসন্ধানৰ বাবে তাগিদা দিবলৈ সুবিধা পোৱা নাছিল; কিয়নো সময় হোৱা নাছিল। কিন্তু মানুহৰ মনীষা-শক্তি থাকিলে সি এনেয়ে বহি থাকিব নোখোজে। সেয়েহে সেই শক্তি ধৰ্মীয় পথেৰে আধ্যাত্মিক চৰ্চা আৰু তাৰ গৱেষণাত নিযুক্ত হৈছিল। এইদৰে তেওঁলোকৰ চিন্তাধাৰা অন্তৰ্মুখী

হবলৈ অনুকূল পথ পাই অন্তৰাজ্যত বিচৰণ কৰোঁতে আধ্যাত্মিক ক্ষেত্ৰত বহুত নতুনতত্বৰ সন্ধান পালে। উদাহৰণ স্বৰূপে, বেদ মন্থন কৰি উপনিষদ্, গীতা-ভাগৱতাদি শাস্ত্ৰৰ উদ্ভাৱন কৰি আৰু সেই বিলাকৰ মাজেৰে এটা নিবৃত্তি মাৰ্গৰ স্পষ্ট ৰূপ দাঙি ধৰি তাৰ আশ্ৰয়েৰে লভ্য পাৰলৌকিক জীৱনৰ সদগতিত জ্ঞানীসকলে গুৰুত্ব দিলে। তাৰ ফলত ঐহিক জীৱনৰ অনিত্যতা উপলব্ধি হোৱাত তাৰ ওপৰত মানুহৰ আস্থা কমিল। একমাত্ৰ নিত্য, সনাতন পৰম ব্ৰহ্ম আৰু তেওঁৰ পৰা উদ্ভুত জগতৰ আভ্যন্তৰীণ তত্ব আৰু ৰহস্য সমূহ উদ্ঘাটন কৰি জ্ঞানীসকলে তৃপ্তি লাভ কৰিছিল। এইদৰে গভীৰ ভাৰতীয় দৰ্শন সমূহৰ উৎপত্তি হৈছিল। কোনো কাৰণ বশতঃ বৈজ্ঞানিক অনুসন্ধানে তেওঁলোকক তাগিদা দিয়া নাছিল যদিও আধ্যাত্মিক অনুসন্ধানৰ বাটেৰে যাওঁতে তেওঁলোকৰ প্ৰশস্ত দৃষ্টিপথত সেই দিশটোও ধৰা নপৰাকৈ থকা নাছিল। তাৰ প্ৰমাণ, গণিত, জ্যামিতি, আয়ুৰ্বেদ, ধনুৰ্বেদ আৰু জীৱ বিজ্ঞানাদিৰ প্ৰথম উদ্ভাৱক তেওঁলোক। আণবিক তত্বৰ প্ৰথম সন্তেদদাতা মহৰ্ষি কণাদ আৰু গৌতম। এইবিলাক বিদ্যা বিদ্যা হিচাবেও চৰ্চা হৈছিল আৰু কিছুমান বিদ্যা কাৰ্য্যক্ষেত্ৰত কাৰ্য্যকৰীও কৰা হৈছিল।

তাৰ পিছত আহিল মুচলমান যুগ। ই হিন্দু-মুচলমানৰ টনা আজোৰা যুগ। দুয়ো সম্প্ৰদায় নিজ নিজ ধৰ্ম আৰু স্বাতন্ত্ৰ্য ৰক্ষা কৰাতহে যত্নবান আছিল। তদুপৰি এই যুগত বাহিৰৰ পৰা কেবাবাৰো এনেকুৱা নিষ্ঠুৰ আক্ৰমণ হৈছিল যে তাৰ অত্যাচাৰত ভাৰতে থৰক্ বৰক্ কৰিছিল। উভয় সম্প্ৰদায়ে নাৰীজাতিক পৰ্দাৰ ভিতৰত থৈ পুৰুষ জাতিও ধৰ্মসংক্ৰান্ত ঠেক মনোবৃত্তিৰ এক অভেদ্য প্ৰাচীৰ সাজি বহিৰ্জগতৰ লগত প্ৰায় বিচ্ছিন্ন হৈ আছিল। এনেকুৱা অৱস্থাত মানৱীয় শক্তিৰ নতুন নতুন বিকাশ হবলৈ সুবিধা কেনেকৈ হব পাৰে? প্ৰগতি-পথৰ সকলো দুৱাৰ বন্ধ হোৱাত চলন-শক্তি ৰহিত হৈ ভাৰত পঙ্গু হৈ পৰিছিল।

শেষত আহিল বৃটিছ যুগ। ভাৰতৰ পক্ষে ই দুশ বছৰীয়া পৰাধীনতাৰ যুগ। এই পৰাধীন যুগত ভাৰতে অধঃপতনৰ শেষ সীমাত নামিল। এই যুগত সকলো কল্যাণমূলক কামত বাধা হ'ল। আনহাতে তেতিয়াৰ ইউৰোপত বৈজ্ঞানিক সাফল্যৰ জোঁৱাৰে আনি দিয়া নৱ জীৱনৰ মহা-পয়োভৰ হৈছিল।

গ্ৰীক যুগত সৰ্বশ্ৰেষ্ঠ দাৰ্শনিক চক্ৰেটিচ, প্লেটো আৰু এৰিষ্টেটাট্‌ল। তেওলোকৰ ভগৱৎমুখী চিন্তাধাৰাতো বিজ্ঞান আৰু মানৱতাবাদে বৰ



হেঁচা দিছিল। তেওঁলোকৰ দ্বাৰা প্ৰৱৰ্তিত শিক্ষা-সংস্কৃতি আৰু সভ্যতাৰ লেথাৰি সময়ৰ বহল ব্যৱধান থকা স্বত্বেও আৰব সকলৰ জৰিয়তে ইউৰোপীয় দেশবিলাকলৈ গৈছিল।

দ্বাদশ শতাব্দীত দিক্‌দৰ্শন যন্ত্ৰৰ আৱিষ্কাৰ ইউৰোপীয় আৱিষ্কাৰৰ পথত প্ৰথম পদক্ষেপ। এই যন্ত্ৰৰ প্ৰধান বস্তু চুম্বক। চুম্বক প্ৰাচীন কালৰ পৰাই পৰিচিত আৰু গ্ৰীক্ দাৰ্শনিকসকলৰ মনত লগা বস্তু আছিল। ইয়াক প্ৰাচীন কালতে প্ৰথমে পোৱা হৈছিল গ্ৰীচৰ ভিতৰত থকা স্মাৰ্ণাৰ ওচৰত মেগনেচ্ (বৰ্তমান মেনিচ) বোলা ঠাই এখনত। প্ৰথমে ই এবিধ শিল (Iodestone)। ভাৰতত ইয়াক অয়াস্কান্ত বোলা হয়। সম্ভৱ এই শিল ভাৰততো পোৱা গৈছিল। তীখাৰ বেজী এটাত এই শিল ঘঁহি দিয়াত সি চুম্বকধৰ্মী হয়। পহিলাতে ইয়াক যি মুৱাকৈ দিয়া হয় সকলো সময়ত সি সেই মুৱা হৈ থাকে। আলেকজেণ্ডাৰ নেক্‌হাম ইয়াৰ আৱিষ্কাৰকৰ্তা। এই যন্ত্ৰই সমুদ্ৰ ভ্ৰমণ সুচল কৰাৰ ফলত ইং ১৪৯২ চনত কলম্বচে আমেৰিকা আৱিষ্কাৰ কৰে। ই পৃথিৱীৰ বৈজ্ঞানিক ক্ষেত্ৰত প্ৰথম যুগান্তকাৰী ঘটনা। অষ্টাদশ শতাব্দীত ভাপকল আৱিষ্কাৰ হল। আৱিষ্কাৰৰ বুৰঞ্জীত ই দ্বিতীয় যুগান্তকাৰী বৈজ্ঞানিক সাফল্য। প্ৰচেষ্টাবোৰৰ কৃতকাৰ্য্যতাই ইউৰোপীয় মনত অপূৰ্ব উদ্গনি দিবলৈ ধৰিলে আৰু একে লেথাৰিয়ে নানা দিশত নানা আৱিষ্কাৰ হবলৈ ধৰিলে, যদিও প্ৰথম চেষ্টাতে কোনোবিধ নহৈছিল। উনবিংশ শতাব্দীত ৰাণী ভিক্তোৰীয়াৰ দিনত আৱিষ্কাৰ আৰু যান্ত্ৰিক শিল্পৰ উন্নতিয়ে ইউৰোপৰ ৰূপ সম্পূৰ্ণ বদলি কৰি দিলে আৰু বৰ্তমানলৈ তাৰ ক্ৰমোন্নতি অব্যাহত হৈ আছে। এই যুগত এই বিজ্ঞানে ইউৰোপত কিয় দ্ৰুতগতিৰে সাফল্য লাভ কৰিলে তাৰ যথেষ্ট কাৰণ আছে। প্ৰবন্ধ দীঘলীয়া নকৰিবলৈ সেইবোৰ বাদ দিয়া হল। দেখা যায়, ভৱিষ্যতে অধিক চমকপ্ৰদ আৱিষ্কাৰে পৃথিবীক ওলট পালট কৰি দিব পাৰে। আনহাতে, ধৰ্ম আৰু নৈতিকতাৰ ক্ষেত্ৰত কি ঘটিছে? দিনক দিনে অধঃপতনৰ পথত পৃথিবী নামি অহা নাই জানো?

যদি কোৱা হয়, ভাৰতীয় পৰাধীনতাৰ কাৰণ অত্যন্ত ধৰ্মানুৰাগ আৰু বিজ্ঞান বিমুখতা, তেনেহলে পৃথিবী যদি আচলতে অধঃপতনৰ পথত নামিছে তেনেহলে তাৰ কাৰণো অত্যন্ত বিজ্ঞানুৰাগ আৰু ধৰ্মবিমুখিতা হব লাগিব। ধৰ্মবিহীন হৈ অকল বিজ্ঞানে জগত ৰক্ষা কৰিব নোৱাৰে। জগতৰ মনীষী শ্ৰেষ্ঠ দাৰ্শনিক ৰাধাকৃষ্ণণে কৈছে—"Without a spiritual recovery, the scientific achievements threaten to destroy

as. We are living in days of destiny. Either the world will blow up in flames or settle down in peace" —আধ্যাত্মিক পুনৰুত্থান নহলে বৈজ্ঞানিক কৃতিবোৰে আমাক ভীতি প্ৰদান কৰে। আমি আজি ভাগ্যক নিৰ্ভৰ কৰি থাকিবলগীয়া দিনত বাস কৰিছোঁ। হয়তো সংসাৰ অগ্নিসাৎ হৈ যাব ; নহয়তো শান্তি পাই সুস্থিৰতা লভিব।

এনেকুৱা অৱস্থাৰ কাৰণ হল বস্তুবাদী চৰ্চাই আধ্যাত্মিক চৰ্চাক আঁতৰ কৰি থোৱাৰ পৰা। সমান্তৰাল গতিৰে আধ্যাত্মিকতা এটা উচ্চ মানদণ্ডত চলি থাকিলে এনেকুৱা অৱস্থা হব নোৱাৰে। আধ্যাত্মিকতাৰ লগত ভাৰ-সাম্যতা ৰক্ষা কৰি বিজ্ঞানে চলিলে সি কেতিয়াও বেয়া নকৰে, ভালেই কৰিব। বিশ্ব-জগতৰ মূলত যে এক বিৰাট আত্মাই যন্ত্ৰচালক হিচাপে আমাক চলাই আছে তাক বৈজ্ঞানিকেও স্বীকাৰ কৰে। এই সম্পৰ্কে শ্ৰেষ্ঠ বৈজ্ঞানিক আইন্‌ষ্টাইনে এঠাইত কৈছে—"The scientist's religious feeling takes the form of rapturous amazement at the harmony of natural law which reveals an intelligence of such superiority that compared with it, all the systematic thinking and acting of human beings is utterly insignificant reflections"—নৈসৰ্গিক নিয়মৰ সুৰ সঙ্গতি দেখি বৈজ্ঞানিকৰ অনুভূতি এটা আনন্দময় বিস্ময়ত পৰিণত হয়। সেই বিস্ময়ে এনেকুৱা এটা শ্ৰেষ্ঠ শক্তিৰ মহিমা অন্তৰত প্ৰকট কৰে যে তাৰ তুলনাত মানুহৰ সকলো প্ৰণালীবদ্ধ চিন্তা আৰু কাৰ্য্য তেনেই সামান্য প্ৰতিবিম্বহে।

পৃথিবীৰ বুৰঞ্জীয়ে দেখুৱায়, বস্তুবাদ আৰু আধ্যাত্মিকতাৰ সামঞ্জস্য-মূলক সাধন কেতিয়াও হোৱা নাই। এবিধৰ আতিশয্যই আনবিধক তললৈ নমাইছে। ইচ্‌লামে দাবি কয়, বস্তুবাদৰ আতিশয্যই বহুত সাম্ৰাজ্যৰ পতন ঘটাইছে। প্ৰাচীন গ্ৰীচ আৰু পাৰস্যৰ পতনৰ কাৰণো শেহতীয়া নিৰীশ্বৰবাদী বস্তুবাদ। চমকপ্ৰদ ৰোমান সাম্ৰাজ্যৰ পতনো সেই কাৰণতে। অতি প্ৰাচীন কালৰ শিক্ষা সংস্কৃতি-বহুল চুমাৰ, ইজিপ্ত, বেবিলন, পাৰ্থিয়, মেচোপটেমীয়া প্ৰভৃতি দেশবোৰেও তদ্ৰূপ কাৰণতে প্ৰাচীন সভ্যতাৰ স্বৰূপ হেৰুৱাই পেলাইছে। বৰ্তমান যুগতো জাৰ্মান, ইটালি আৰু জাপান শক্তিবো উন্নতিৰ চৰম সীমাৰ পৰা পতন হৈছে একে কাৰণতে। কিন্তু ভাৰতবৰ্ষ যাৰ প্ৰাচীনত্ব অনিৰ্ণেয়, প্ৰাচীন শিক্ষা সংস্কৃতি সহিতে আজিও জীৱন্ত হৈ



আছে। এই সম্পৰ্কত পণ্ডিত নেহেৰুৰ মন্তব্য উল্লেখযোগ্য। তেওঁ কৈছে— "It is interesting and rather wonderful to think of this long-range and continuety of Indian culture and civilisation, right from the dawn of history through long ages down to us"—বুৰঞ্জীৰ দোক-মোকালি কালৰ পৰা যুগ-যুগান্তৰ ধৰি আজি আমাৰ সময়লৈকে ভাৰতীয় সংস্কৃতি-সভ্যতাৰ এই সুদীৰ্ঘকাল আৰু ধাৰবাহিকতাৰ বিষয় ভাবিলে বৰ সুন্দৰ আৰু আচৰিত লাগে।

দুশ বছৰীয়া পৰাধীনতায়ো ভাৰতীয় শিক্ষা-সংস্কৃতিক লোপ কৰিব পৰা নাই। আজিৰ বৈজ্ঞানিক গ্ৰাসে ইয়াক ম্লান কৰিছে যদিও লোপকৰিব নোৱাৰিব। ধৰি লোৱা হওক বিজ্ঞানে ভৱিষ্যতে নতুন নতুন আশ্চৰ্য্যেৰে পৃথিবী পূৰ কৰিব। চন্দ্ৰ আৱিষ্কাৰ হৈছে, অন্যান্য, গ্ৰহ নক্ষত্ৰও আৱিষ্কাৰ হব। ধৰি লোৱা হওক, পৃথিবীৰ অভাৱ-অনাটনো দূৰ হব। তাৰ পিছত কি হব ? মানুহে কি বিচাৰিব ? মানুহৰ অৰ্থলিপ্সা, ক্ষমতাৰ গৌৰৱাদি নোহোৱা হবনে ? যুদ্ধ নিবাৰণ, অস্ত্ৰ সম্বৰণ আৰু শান্তি প্ৰতিষ্ঠা হবনে ? মানুহৰ দুৰ্নীতি, অসজ আচৰণ আৰু অপকৰ্ম বন্ধ হবনে ? যদি নহয় জগতৰ পূৰ্ণ কল্যাণ কেতিয়া আৰু কেনেকৈ হব পাৰে ? সেইটো হব পাৰে প্ৰকৃত ধৰ্ম আৰু আধ্যাত্মিকতাৰ উচ্চতম চৰ্চা আৰু অনুশীলনৰ মাজেৰে। সেয়েহে উগ্ৰ বস্তুবাদী প্ৰচেষ্টাই লগতে সমানে আধ্যাত্মিক প্ৰচেষ্টাৰ সং-মিশ্ৰণ বিচাৰে। উগ্ৰবীৰ্য্য ঔষধক পানী মিহলাই খোৱাৰ উপযোগী কৰা হয়। সেইদৰে সাংসাৰিক কামবোৰে লগত এটা ভগৱৎমুখী ধৰ্মীয় মনো-ভাবৰ সংমিশ্ৰণ বিচাৰে। ভাৰতীয় আদৰ্শৰ ভিতৰত ইয়াক পোৱা যায়। এইখিনিতে ৰাধাকৃষ্ণণে কয়— "India has stood for an ideal that does not make man merely a creature of time, dependent solely on his material condition, possessions and confined to them . ...All our actions, whether they relate to our society or the world, should be permeated by the spirit of religion" —ভাৰতবৰ্ষই এনেকুৱা এটা আদৰ্শ লৈ আছে যে সি মানুহক কেৱল বস্তুবাদী অৱস্থা আৰু সম্পত্তিৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীল আৰু আৱদ্ধ কৰি সময়ৰ জীৱ কৰি নাৰাখে। সামাজিক বা সাংসাৰিক যি কৰ্মই হওক, সি ধৰ্মীয় তেজেৰে সিক্ত হৈ থাকিব লাগিব।

পৃথিবী যদি ভবিষ্যতে ধ্বংসৰ পথলৈ নামে তেতিয়া তাক আধ্যাত্মিকতাইহে ৰক্ষা কৰিব আৰু তেতিয়া জগতে ভাৰতীয় ধৰ্মৰ ফালে দৃষ্টিপাত কৰিব লাগিব। অধ্যাপক আৰ্ণল্ড টন্‌বিয়ে কয়—"I feel sure that the Catholic minded Indian religious spirit is the way of salvation for all religions in an age in which we have to learn to live as a single family if we are not to destroy us"—মই নিশ্চিত অনুভৱ কৰোঁ যে এনেকুৱা এটা যুগত যেতিয়া আমি (পৃথিবীৰ মানুহ) একে পৰিয়ালৰ দৰে বাস কৰিবলৈ শিকিব লগা হৈছে, তেতিয়া সকলো ধৰ্মৰ পক্ষে এই উদাৰ পন্থী ভাৰতীয় ধৰ্মৰ তেজ্বতে আছে মুক্তিৰ পথ, যদিহে আমি ধ্বংস হব নোখোজোঁ।

ভাৰতীয় ধৰ্মৰ বাহিৰ ফালত কিছু কিছু কুসংস্কাৰ থাকিলেও ভিতৰত প্ৰকৃত ধৰ্ম-তত্ত্ব নিহিত আছে। গছৰ ফলৰ ওপৰত বাকলি, ভিতৰতহে সাৰ বস্তু থাকে। ভাৰতীয় ধৰ্মৰ তত্ত্বানুসন্ধান কৰি তাৰ মৰ্মে চলাটোহে প্ৰকৃত ধৰ্মৰ চৰ্চা বা আধ্যাত্মিক অনুশীলন কৰা হব। থোৰতে কব লাগিলে এই ধৰ্মৰ ভিতৰেদি ত্যাগ, উদাৰতা, দেশ-সেৱা, অনাশক্তি, ভ্ৰাতৃত্ববোধ, ঈশ্বৰোপাসনাদি আৰু অন্তত মুক্তি লাভৰ বাবে সকলো পথ দৰ্শোৱা আছে। তাৰ বাবে লাগিব সাধু জীৱন। আজিৰ দিনত সি অপৰিহাৰ্য্য আৰু সেই বাবে সকলোৰে কাম্য। অকল বিজ্ঞান হলে নহব—আধ্যাত্মিকতাও লাগিব।

০০০

০০০ ১৮৯৩ শকৰ শাওণ আৰু আঘোণ সংখ্যা 'নতুন প্ৰবাহ'ত প্ৰকাশিত।

# ভাৰতবৰ্ষ আৰু সামাজিক আদৰ্শ

ভাৰতক আজি কি সাঁচত গঢ়িব লাগিব তাৰ এটি নিৰ্বিকাৰ ৰূপ এতিয়াও ফুটি ওলোৱা নাই বুলি কব পাৰি। মহাত্মা গান্ধীয়ে পৰিকল্পিত ভাৰতৰ যি এটি আদৰ্শ দাঙি ধৰিছিল সি সৰ্বতোভাবে কাৰ্য্যকৰী হৈ উঠা নাই। ইপিনে, ৰুচিয়াৰ সমাজতন্ত্ৰী ভাব-ধাৰাই তৰুণ হৃদয়ত এক প্ৰকাৰ সাময়িক জোঁৱাৰ তুলিছে। তদুপৰি, ভাৰতৰ প্ৰাচীন সংস্কৃতিৰ মাজত পোত খাই থকা এটি চিৰ-পৰিচিত সামাজিক ৰূপে ভুমুকি মাৰিব খোজে। বৰ্তমানে সমাজবাদী গঢ়ৰ সমাজৰ যি পৰিকল্পনা তাকেই ভাৰতোপযোগী কৰিবলৈ কিঞ্চিৎ সাল সলনি ক্ৰমে ভাৰতৰ অভিপ্ৰেত সমাজৰ ৰূপ এটি দাঙি ধৰিলোঁ। নানা আদৰ্শবাদৰ সংঘাতত ভিন্ ভিন্ অভিৰুচি পৰিহাৰ কৰি ভাৰতৰ মাটি পানীৰ লগত খাপ খোৱা এটি আদৰ্শ, সমূহীয়া হিচাবে গ্ৰহণ কৰাটো নিতান্ত আৱশ্যকীয়।

সমাজ-গঠন সম্পৰ্কে মহাত্মা গান্ধীৰ বাণী সমূহৰ নিতান্ত প্ৰয়োজন আছে। আজি এখন বিতং আঁচনিৰ দৰকাৰ হোৱাত দুই এটি ভাৰতীয় ভাবৰ কথাবো তাত স্থান হব পাৰে। কিন্তু এই সমাজৰ ভেটি হব লাগিব তেওঁৰ নীতিসমূহৰ ওপৰত। ভাৰতীয় সমাজৰ ঘোৰ কলঙ্ক জাতিভেদ প্ৰথা বুলি কোৱা হয়। তাৰ বাহিৰেও অস্পৃশ্যতা, সাম্প্ৰদায়িক বৈষম্য আদি এই সমাজত একোটা কেৰোণ সোমাই আছে। কিন্তু যুগভেদে এই-বিলাক বিষয়ৰ সংস্কাৰ-মূলক ব্যৱস্থাত আমাৰ শাস্ত্ৰই অযুক্তিকৰ বিৰোধিতা নকৰে। স্বাধীনতাৰ দিন ধৰি আজি পৰ্য্যন্ত ভাৰত এনেকুৱা সংস্কাৰ-মূলক কামত বহুখিনি আগ বাঢ়িছে। কিন্তু দেখিবলৈ পোৱা যায়, কিছুমান লোকে শাস্ত্ৰীয় বাক্য সমূহৰ বিৰূপ ব্যাখ্যা কৰি সমাজক ভুল বাটলৈ নিব খোজে; আকৌ কিছুমান নেতৃস্থানীয় লোকেও সংস্কাৰৰ সীমা তেনেই অতিক্ৰম কৰি কিম্ভুত কিমাকাৰ পৰিবৰ্তনৰ ব্যৰ্থ প্ৰয়াস কৰে। দুয়োটা কথাৰেই সীমা আছে। শাস্ত্ৰীয় বাক্য সমূহৰ খাম-খেয়ালি ভাবত বিকৃত অৰ্থ বাহিৰ কৰা নাইবা তাক নিজৰ ইচ্ছানুৰূপ ভাঁজ দি অৰ্থ তৈয়াৰ কৰা

অত্যন্ত গৰ্হিত কাম। যদি জাতি-ভেদ প্ৰথা মানুহৰ হে মস্তিষ্ক-প্ৰসূত আৰু মানুহে কৰি লোৱা বুলি ধৰি লওঁ, তেনেহলে তেওঁলোকে সামাজিক শৃংখলাৰ বাবে হে কৰিছিল; কিয়নো, আমি সকলোৱে বুজি পাওঁ, সকলো কামতে শৃংখলা ৰক্ষাৰ কিমান গুণ। এখন বিয়া বা সবাহ সমাধা কৰিব লাগিলেও আমি আগ ধৰি কাৰ্য্যকাৰক সকলৰ ভিতৰত কামবিলাক ভাগ-বাটোৱাৰা কৰি দিওঁ, আৰু যাতে ইজনৰ কামত সিজনে হেতা-ওপৰা কৰিব নোৱাৰে তাৰ নিয়ম বান্ধি দিওঁ। অতীজতো বৃহৎ মানব-সমাজক সুশৃংখল-পদ্ধতিৰ মাজেদি চলাবলৈ মানুহৰ মাজত শৃংখলাবোধ জাগি উঠিছিল আৰু ই তেওঁ-লোকৰ শিক্ষা-দীক্ষাৰ পৰিচায়ক। জাতি-ভেদাদি প্ৰথাৰ সম্পৰ্কত স্বাৰ্থপৰতা, সঙ্কীৰ্ণতা আদি দোষৰ চেকা কাৰো ওপৰত আমি থব নোৱাৰোঁ। যদি আমি কওঁ, বেদ-চৰ্চ্চা, যাগ-যজ্ঞ সম্পাদন, অধ্যয়ন, অধ্যাপনাদি বৃত্তি উচ্চ পৰ্য্যায়ৰ আৰু ই অপৰিহাৰ্য্য আছিল, তেনেহলে তাৰ ভাৰ কোনো এক বিশেষ শ্ৰেণীৰ ওপৰত নাৰাখি কেনেকৈ ৰখা উচিত আছিল? নিশ্চয় কোনো এটা শ্ৰেণীৰ ওপৰত ৰাখিব লগা হৈছিল। যি সকলৰ ওপৰত এই ভাৰ ৰখা হৈছিল, তেওঁলোক ব্ৰাহ্মণ আছিল। এইখিনিত ব্ৰাহ্মণসকলক দোষ-ণীয় কৰাৰ কোনো অৰ্থ নাই। যদি জাতি-বিভাগৰ মূলত ব্ৰাহ্মণসকলৰ স্বাৰ্থপৰতা বুলি কওঁ, তেনেহলে ভাৰতত আজি তেওঁলোক সংখ্যা-লঘিষ্ঠ নহলহেঁতেন, ভাৰতত আজি ইমানবোৰ অহিন্দু নাথাকিলহেঁতেন, ইমানবোৰ সাধু-সন্ন্যাসীৰ দল নাথাকিলহেঁতেন আৰু ৰাজকীয় আসনতো তেওঁলোক হে বহিলহেঁতেন। ব্ৰাহ্মণসকলৰ মাজত আছিল ত্যাগৰ চূড়ান্ত আদৰ্শ, নাছিল সাংসাৰিক ভোগ-বিলাস। এই যুগত জগতৰ পৰিস্থিতি বেলেগ, আৰু তাৰ হেঁচাত তেওঁলোকে পূৰ্বৰ আদৰ্শ ৰক্ষা কৰিব নোৱাৰি ভোগ-বিলাসো বিচাৰিব লগা হৈছে। তথাপিও, তেওঁলোক তেনেই লক্ষ্যভ্ৰষ্ট হোৱা নাই। প্ৰাচীন ভাৰতীয় সাংস্কৃতিক উন্নতিৰ যি ফেৰা অৱশিষ্ট আছে, সি এটি তাকৰীয়া সংখ্যাৰ মাজতে থকা বুলি কব পাৰি। অতীজত ভাৰ-তীয় লোকে যি অধ্যাত্ম-বিদ্যা চৰ্চ্চা কৰি অলৌকিক শক্তি লাভ কৰিছিল, তাৰ দ্বিতীয় নিদৰ্শন পৃথিবীৰ ক'তো পোৱা নাযায়। এই নিদৰ্শনক মানবে কৰা অতি মানৱীয় সাংস্কৃতিক উন্নতিৰ চূড়ান্ত নিদৰ্শন বুলিব পাৰি। যদি বৰ্তমান ভাৰতে এই আধ্যাত্মিক সংস্কৃতিৰ মোল বুজি পায় আৰু তাৰ আৱশ্যকতা বোধ কৰে, তেনেহলে সেই চৰ্চ্চাৰ বাবে মানুহ ৰাখিব লাগিব। যদি কোৱা হয়, ব্ৰাহ্মণসকলে পূৰ্বৰ শক্তি অক্ষুণ্ণ ৰাখিব পৰা নাই আৰু সেই চৰ্চ্চা তেওলোকৰ হাততে সীমাবদ্ধ হৈ থাকিব নোৱাৰে, তেনেহলে অব্ৰাহ্মণ



শ্ৰেণীৰ পৰা মানুহ সেই কামলৈ আগবাঢ়ি যোৱা উচিত হব। সেই চৰ্চ্চা কৰিবলৈ জাতি, বৰ্ণ নিৰ্বিশেষে সকলোৱে সমান সুবিধা পোৱা উচিত হব।

কিছুমান লোকে কব পাৰে জাতি-ভেদ প্ৰথা মনুষ্য-কৃত নহয়, ব্ৰাহ্মণাদি বৰ্ণ ভগবানৰ মুখাদি অঙ্গৰ পৰা হে ক্ৰমে উৎপন্ন হৈছে; কিয়নো এই কথাৰ উল্লেখ বেদ, ভাগবত, গীতা, মনুসংহিতা ইত্যাদি গ্ৰন্থত স্পষ্টভাবে আছে। ইয়াৰ পৰা এইটো বুজিব লাগিব, ইয়াত এটি দাৰ্শনিক তথ্য নিহিত আছে। কিন্তু দাৰ্শনিক আলোচনা এই প্ৰবন্ধৰ উদ্দেশ্য নহয়। যদি আমি ধৰি লওঁ, এই কথা সঁচা, তেতিয়াও আমি ভগবানক দুষিব নোৱাৰোঁ। ভগবানে সৃষ্টি ৰক্ষাৰ বাবেহে সেইটো কৰিছিল। গুণ, কৰ্ম ভেদে মানুহৰ ভিতৰত শ্ৰেণী-ভেদ থাকিব। আজিৰ যুগতো সকলো মানুহৰ একেটা বৃত্তি হব নোৱাৰে; গতিকে শ্ৰেণী ভেদ থাকিবই। কিন্তু ভগবানে জাতি সৃষ্টি কৰি জাতিৰ ভিতৰত সৰু-বৰ, উচ্চ-নীচ বুলি প্ৰকাৰভেদ কৰা নাই আৰু কোনো জাতিক কোনো জাতিয়ে ঘৃণা কৰিবলৈ বাট দেখুৱা নাই। পূৰ্ণ অৱয়ৱৰ কাৰণে আমাৰ পক্ষে মূৰটো যিমান আৱশ্যকীয়, ভৰি দুখন তাতকৈ কম আৱশ্যকীয় নহয়। মূৰত খুন্দা খালে যেনেকৈ কাতৰ হওঁ আৰু যত্ন কৰোঁ, ভৰিত কাঁইটে বিন্ধিলেও সেইদৰে কাতৰ হওঁ আৰু সমানে যত্ন লওঁ। মূলত ব্যৱসায়-বৃত্তিৰো সৰু-বৰ নাই। কিন্তু মনুষ্য জাতিয়ে সংসাৰৰ মায়া জালত আবদ্ধ হৈ অল্প-বুদ্ধি হোৱাৰ ফলত এই সাম্য-ভাব হৃদয়ঙ্গম কৰিব নোৱাৰি কৰ্মবিলাকক বিভিন্ন চকুৰে চাবলৈ ধৰিছে। এইদৰে কালক্ৰমত তেওঁলোকৰ মনত জাতিগত বৈষম্য আহি পৰিছে। গীতাত ভগবান শ্ৰীকৃষ্ণই অৰ্জুনক দিয়া জ্ঞান-যোগৰ কথা যদি আমি বুজি পাওঁ, আৰু যদি আমি সেই জ্ঞানৰ অধিকাৰী হব পাৰোঁ, তেনেহলে আমাৰ মনত প্ৰকৃত সাম্য ভাবৰ বোধ জন্মিব। কিন্তু তেনেকুৱা জ্ঞানী লোক জগতত বিৰল। সকলো মনুষ্যৰ জীৱনৰ লক্ষ্য একেটা—স্বৰ্গ-প্ৰাপ্তি বা মুক্তি-লাভ। স্বকীয় ধৰ্মৰ মাজেদি ব্ৰাহ্মণৰ পক্ষে যেনেকৈ মুক্তি-লাভৰ পথ প্ৰশস্ত আছে, আনৰ পক্ষেও নিজ-ধৰ্মৰ মাজেদি তেনেকৈ আছে।

জাতি-ভেদ প্ৰথা উচ্ছেদৰ সম্পৰ্কত এটি বৈবাহিক সমস্যাই দেখা দিয়েহি। সেইটোৱেই আন্তৰ্জাতিক বা অসবৰ্ণ বিবাহ-সমস্যা। আজিলৈকে সবৰ্ণ-বিবাহৰ হে প্ৰচলন আছে। কিছুমান লোক অসবৰ্ণ বিবাহৰ পক্ষ-পাতী। তাক প্ৰৱৰ্তন কৰাৰ আগতে কিছুমান কথা বিচাৰ কৰিব লগীয়া আছে। মানুহে যেতিয়া নিজৰ অভিৰুচিৰ লগত খাপ খোৱা এটি সৰ্বীয়া

বৃত্তি বাচি লৈ বংশ পৰম্পৰা অনুশীলন কৰি থাকে, তেতিয়া সেই বৃত্তিটোৰ বাবে তেওঁলোকৰ ঠালৰ লোকৰ এটা বিশেষ যোগ্যতা জন্মগত হৈ পৰে। কাৰণ একেটা কৰ্মৰ ক্ৰমাগত অনুশীলনৰ লগত থাকোঁতে থাকোঁতে তেওঁলোকৰ আভ্যন্তৰিক এটি ৰক্ত-গত অৱস্থান্তৰ ঘটে। এই অৱস্থা কৰ্মৰ লগত খাপ খোৱা হৈ পৰে। বৈবাহিক সম্বন্ধটোও ৰক্তগত সম্বন্ধ। অপৰ বৃত্তি অৱলম্বনকাৰী লোকৰ ঘৰত বৈবাহিক সম্বন্ধ ঘটালে সন্তান সকলৰ যদি আভ্যন্তৰীণ ৰক্ত-গত অৱস্থাৰ বিকাৰ ঘটে, তেনেহলে পূৰ্বৰ স্বকীয় বৃত্তিটোৰ বংশানুক্ৰমিক যোগ্যতা ফেৰা নষ্ট হৈ যাব পাৰে। তেতিয়াহলে অসবৰ্ণ বিবাহৰ কোনো সুগুণ নহব। এই বিষয়ে স্থিৰ সিদ্ধান্ত কৰিবলৈ হলে যৌন-বিজ্ঞান আৰু যৌন তত্ব বিচাৰ কৰি চোৱা দৰকাৰ। এই বিচাৰ কৰিব লাগিব তৎসম্পৰ্কীয় ভাৰতীয় গ্ৰন্থৰ মাজেদি। ইয়াৰ লগত অৱশ্যে পাশ্চাত্য গ্ৰন্থৰ জ্ঞানো সমানে দৰকাৰী, কিয়নো তেতিয়া তুলনামূলক বিচাৰ হব পাৰিব। সকলো বিষয়তে পাশ্চাত্য চিন্তাধাৰা ভাৰতীয় চিন্তাধাৰাৰ লগত খাপখোৱা নহয়। তেওঁলোকৰ ভৌগোলিক, ঐতিহাসিক, সামাজিক আৰু অন্যান্য পৰিস্থিতি আমাৰ পৰিস্থিতিৰ লগত একে নহয়। যদি আমি তাকে নকৰি অকল পাশ্চাত্য মতবাদৰ ওপৰতে নিৰ্ভৰ কৰোঁ, তেনেহলে পৰৰ চকুৰেদি বাট বুলাৰ দৰে হব। ই জানো ভাৰতৰ পক্ষে শোভনীয় কথা?

অনাৱশ্যকীয় অস্পৃশ্যতা সমাজৰ ব্যাধি স্বৰূপ। আমাৰ প্ৰাচীন আদৰ্শৰ মাজত এই অস্পৃশ্যতাৰ স্থান নাই। কিন্তু স্থল বিশেষে আৱশ্যকীয় অস্পৃশ্যতা ৰক্ষা কৰা হৈছে। কিন্তু অজ্ঞলোকে এই অস্পৃশ্যতাৰ পাৰ্থক্য ফেৰা বুজিব নোৱাৰি ভুলধাৰণাৰ বশৱৰ্তী হৈ যতে ততে তাৰ বীজ থবলৈ ধৰিলে। কালক্ৰমে এই বীজ বৃহৎ হৈ বিষ বৃক্ষত পৰিণত হল আৰু তাৰ ঠাল-ঠেঙুলিৰ অন্ধকাৰে আমাৰ সমাজক আবৰি থলে। এই ভ্ৰান্তিমূলক অস্পৃশ্যতাৰ ধাৰণা ইমান বদ্ধমূল হল যে বংশপৰম্পৰা আমাৰ সমাজে তাক এৰিব নোৱাৰা হ'ল। বৰ্তমান জাগৃত সমাজে এই ভ্ৰান্তিক ধৰা পেলাইছে আৰু ইয়াৰ পৰা মুক্ত হবলৈ আগ বাঢ়িছে। প্ৰাচীন ভাৰতীয় সমাজ ধৰ্ম-প্ৰাণ আছিল। পূৰ্বে উল্লেখিত আধ্যাত্মিক চৰ্চাৰ মাজেদি তেওঁলোকে ধাৰ্মিক জীৱন গঢ়ি তুলিবলৈ নানা ক্ৰিয়া-প্ৰক্ৰিয়াত নিজক লিপ্ত ৰাখিছিল। কোৱা হৈছে, বিশেষকৈ ব্ৰাহ্মণ সকল এইবিলাক কৰ্মত নিযুক্ত আছিল। প্ৰাণায়ামাদি অভ্যাস, ধ্যান-ধাৰণাত নিমগন, আৰু তপ-জপ আচৰণৰ মাজেদি নিজৰ দেহক নতুন দেহলৈ পৰিণত কৰি ভগবানৰ পূজা-সেৱাৰ বাবে উপযুক্ত কৰি লৈছিল। তেওঁলোকেই প্ৰকৃত পূজাৰী আছিল। এনেকুৱা



পূজাৰীয়ে ভগৱানৰ পূজা-সেৱা কৰিলে তাৰ ফল অৱশ্যম্ভাৱী আছিল। অণিমাদি অষ্টৈশ্বৰ্য্য সাধন কৰি যোগ-বলেৰে শক্তিৰ মহিমা দেখুৱাইছিল। এই সাধনাকালত তেওঁলোকে খাদ্যাখাদ্য, স্পৃশ্যাস্পৃশ্য বিষয়ত কিছুমান নিয়ম মানিছিল। তেওঁলোক সদাচাৰী আৰু পবিত্ৰ হৈ থাকিব লাগিছিল। তেওঁলোক সত্বগুণ-প্ৰধান আৰু সংযমী হব লাগিছিল। স্বাধীন ভাৰত এই অতিমানৱীয় সাংস্কৃতিক সম্পদৰ পৰা আজি তেনেই বঞ্চিত হবনে? যদি বঞ্চিত হয়, তেনেহলে ই অকল ভাৰতীয় মৰ্য্যদাকে ক্ষুণ্ণ নকৰিব, ই কালত অধঃপতনৰো কাৰণ হব। গতিকে, ভাৰতীয় সামাজিক আদৰ্শৰ লগত কালোপযোগী আধ্যাত্মিক আদৰ্শটিয়েও স্থান পোৱা উচিত আৰু তেতিয়া সংশ্লিষ্ট শ্ৰেণীটোৰ বাবে আৱশ্যকীয় অস্পৃশ্যতা ফেৰা থাকিব লাগিব। সামাজিক ক্ষেত্ৰত জন-সাধাৰণৰ পক্ষে ই বৰ্জনীয়।

তদুপৰি স্বাস্থ্য-ৰক্ষা বিষয়ৰ জ্ঞানো সকলোৰে থকা উচিত। বৰ্তমানে চিকিৎসা বিজ্ঞান বৈজ্ঞানিক উপায়েৰে বহুখিনি আগ বাঢ়িছে। বীজাণু-তত্বৰ কথাই বৰ্তমান সমাজত নতুন পোহৰ পেলাইছে। কেনেকৈ সোঁচৰা-ব্যাধিৰ বীজাণু উৎপন্ন হয়, কেনেকৈ ৰোগ সংক্ৰমণ হয়, আৰু কেনেকৈ ই ব্যাপক আকাৰ ধাৰণ কৰি হাজাৰ হাজাৰ লোকৰ প্ৰাণহানি কৰিব পাৰে, সেইবোৰ জ্ঞান আজিৰ শিক্ষাৰ মাজেদি পোৱা যায়। ৰোগ সংক্ৰমণৰ পৰা ৰক্ষা পাব খুজিলে এটি উপায় হৈছে, প্ৰতিষেধক ব্যৱস্থা হাতত লোৱা আৰু পৰিষ্কাৰ-পৰিচ্ছন্নতা ৰক্ষা কৰা। তাকে কৰিব লাগিলে, খাদ্য-বিচাৰ, ভোজন-বিচাৰ আৰু স্পৃশ্যা-স্পৃশ্য বিচাৰ আপোনা আপুনি আহি পৰে। এইদৰে অস্পৃশ্যতাৰ এটি ৰূপান্তৰিত অৱস্থা আমাৰ সমাজত স্বভাৱতে ৰৈ যাব।

সমাজত উচ্চ-নীচ, সৰু-বৰ এই শ্ৰেণী-বৈষম্য স্বাভাৱিক গতিত আহি পৰে বুলি কব পাৰি। সমাজে এই শ্ৰেণী বৈষম্য ব্যৱস্থাৰে ভাঙি দি সকলো লোকক সমানে উন্নতি কৰিবলৈ সা-সুবিধাবোৰ দিব পাৰে। চোতাল এখন দ-বাম হলে তাক কাটি-কুৰি সমান কৰি দিলেও কিছুদিন অন্তত আপোনা আপুনি আকৌ অসমান হৈ আহে, তেতিয়া আকৌ সমান কৰি দিবলৈ দৰকাৰ হয়। ঠিক তেনেকৈ এই সমাজখনো এটা স্বাভাৱিক গতিত কালক্ৰমে আকৌ অসমান হৈ উঠে। কিয়নো সমানে সা-সুবিধা পালেও মানুহৰ সমানে উন্নতি কৰিবলৈ সমান যোগ্যতা নাই। হাতৰ আঙুলি পাঁচোটা যেনেকৈ সমান নহয়, মানুহৰ জন্মৰ লগতে তেনেকৈ অন্তৰ্নিহিত শক্তিৰো তাৰতম্য থাকে। গতিকে চলিত সমাজৰ অন্যায় আৰু সা-সুবিধাৰ

অভাৰত যি সকল লোক জগতত উধাব নোৱাৰি পিচ পৰি থাকে, তেওঁলোকৰ ক্ষেত্ৰতহে নতুন জন-জাতীয় উন্নয়ন ব্যৱস্থা সমূহ প্ৰাসঙ্গিক আৰু প্ৰযোজ্য। এই দৃষ্টিভঙ্গীৰ ফালৰ পৰা আমাৰ দেশৰ জন-জাতীয় সকল আৰু অন্যান্য অনুন্নত সম্প্ৰদায় বিলাকৰ বাবে উন্নয়ন ব্যৱস্থা লবলগীয়া হৈছে। চৰকাৰ পক্ষই ইতিমধ্যে তেওঁলোকক যথেষ্ট সা-সুবিধা দিয়া বুলি কব পাৰি ; কিন্তু তাৰ আশানুৰূপে ফল এতিয়াও দেখা নাযায়। পৰ্বতীয়া ভাইসকলক আমাৰ মাজলৈ আনি পৰ্বত-ভৈয়ামৰ প্ৰীতি-ভাব গাঢ় কৰিবলৈ চৰকাৰ পক্ষৰ যি চেষ্টা হৈছে, সি প্ৰশংসনীয়। কিন্তু এই চেষ্টা আশানুৰূপ ভাবে ফলবতী নোহোৱাত কি বেলেগ পন্থাৰ মাজেদি নতুন চেষ্টা হব পাৰে, সি চিন্তনীয়। সুদূৰ পাশ্চাত্য দেশৰ পৰা 'মিচনাৰী' সকল আহি ধৰ্মৰ মাজেদি নতুন সভ্যতাৰ আলোক পেলাই আমাৰ দেশৰ হাজাৰ হাজাৰ পিচ পৰি থকা নৰ-নাৰী আৰু বালক-বালিকাক এফলীয়া কৰি নিব পাৰিছে। কিন্তু তেনে ধৰণৰ চেষ্টা আমাৰ দেশবাসীৰ এই পৰ্য্যন্ত হোৱা নাই। এই বিষয়ত আমাৰ সমাজ আৰু চৰকাৰৰ পক্ষ উভয়ৰে কৰ্তব্য আছে। তাকে নকৰি, অকল স্কুল, চাকৰি, ডাক্তৰখানা আৰু আলি-পদূলি আদিৰ প্ৰচুৰ সুবিধা দিলেও তেওঁলোকৰ অন্তৰ জয় কৰিব নোৱাৰিব।

## নাৰী সমাজ

পিচ পৰি থকা সমাজৰ ভিতৰত আমাৰ নাৰী সমাজো অন্যতম। বৈদিক যুগত নাৰীসকলে পুৰুষৰ লগত সমানে অধিকাৰ পাইছিল। কিন্তু পৰবৰ্তী যুগত সমাজে এটি কালোপযোগী উন্নত স্তৰ পালে। তেতিয়া যাগ-যজ্ঞ সম্পাদন আৰু বিবিধ সমাজ সংক্ৰান্ত কৰ্মৰ কোনো বিধিবদ্ধ আইন নথকাত সমাজ বিশৃংখল হবলৈ উপক্ৰম হোৱাত সকলো নিয়ম বিধিবদ্ধ হবলৈ ধৰিলে। লগে লগে নাৰীসকলৰো স্থান নিৰূপিত হল। সেই যুগৰ বাবে সেই নিয়মবোৰ উপযোগী আছিল। নাৰীৰ যদিও স্বাতন্ত্ৰ্য নাই বুলি কোৱা হৈছে, তাৰ পৰিবৰ্তে নাৰীৰ প্ৰতি পুৰুষৰ গভীৰ দায়িত্ব আৰোপ কৰা হৈছে। এইটো স্বতঃসিদ্ধ কথা যে, যাৰ স্বাধীনতা আছে, তাৰ দায়িত্ব-ভাৰ অইনৰ ওপৰত নাই। তেতিয়াৰ লোকে এইটো বুজি পাইছিল। তদুপৰি, নাৰীৰ প্ৰতি যথেষ্ট সন্মান বজাই ৰখা হৈছে। নাৰীক বস্ত্ৰালঙ্কাৰ আদিৰে শোভিতা কৰি সন্তুষ্টা ৰাখিব লাগে। নাৰী কুপিতা



হলে গৃহৰ কল্যাণ নাই। চাৰি আশ্ৰমৰ ভিতৰত গৃহাশ্ৰম প্ৰধান আৰু এই গৃহৰ মুখ্য বস্তু নাৰী। মহাভাৰতত কোৱা হৈছে––"গৃহিণী গৃহমুচ্যতে"। যথাৰ্থতে গৃহৰ কল্যাণ-অকল্যাণ আৰু উন্নতি-অৱনতি নিৰ্ভৰ কৰিছিল নাৰীৰ ওপৰত। মানব জীৱনৰ শেষ পৰিণতি মুক্তি লাভত। জীৱনৰ শেষ উদ্দেশ্য এই মুক্তিলাভ। এই মুক্তিলাভৰ পৰা নাৰীক বঞ্চিতা কৰা নাই। ইয়াত পুৰুষৰ লগত স্ত্ৰীৰ সমানাধিকাৰ। ধৰ্ম, অৰ্থ, কাম, মোক্ষ এই চতুৰ্বৰ্গ সাধনত পুৰুষৰ পক্ষে স্ত্ৰী অপৰিহাৰ্য্য অঙ্গ। আজিৰ যি ব্যক্তি স্বাধীনতা তেতিয়াৰ লোকে ইয়াত গুৰুত্ব নিদিছিল। সকলো যুগত নাৰী সকল মাতৃ আৰু সকলো যুগতে মাতৃ হব লাগিব। মাতৃত্ব গুণ অৰ্জন কৰা তেওঁলোকৰ জীৱনৰ পহিলা কৰ্তব্য। সন্তানক জন্ম দান কৰি তাক লালন পালন কৰি ডাঙৰ দীঘল কৰা ভাৰো তেওঁলোকৰ ওপৰত অধিক আছিল। এই গুৰুভাৰৰ উপৰিও তেওঁলোকৰ ওপৰত ধনোপাৰ্জন কৰা ভাৰ দিয়াটো অতিৰিক্ত বোজা বুলি পুৰুষ সকলে বিবেচনা কৰিছিল আৰু ই এটা সমিচীন বিবেচনা আছিল। সেই দেখি তেওঁলোক এই অতিৰিক্ত বোজাৰ পৰা ৰেহাই পাইছিল। কাজে কাজেই ধনোপাৰ্জনৰ বাবে যি শিক্ষা লাগিছিল, তেওঁলোকৰ পক্ষে সি অনাৱশ্যকীয় হৈ পৰিছিল। তদুপৰি, চৰকাৰী চাকৰি আজিৰ দৰে জনসাধাৰণে নিবিচাৰিছিল, সেই দেখি তাৰ বাবে সুকীয়া শিক্ষাও দৰকাৰী নাছিল। বাহ্যিক জগতৰ ঘটনাৱলী কম আছিল। যান-বাহনৰ প্ৰচলন আৰু যাতায়তৰ সুবিধা আজিৰ দৰে নাছিল। ৰেল, জাহাজ, টেলিগ্ৰাফ, টেলিফোন, ৰেডিঅ' আদি আবিষ্কৃত হোৱা নাছিল। আন্তৰ্জাতিক সমস্যাৰ উৎপত্তি হোৱা নাছিল। ফলত, বাহ্যিক জগতৰ লগত সম্পৰ্ক প্ৰায় ৰহিত আছিল। আৰু বৈজ্ঞানিক শিক্ষাৰ পোহৰো তেতিয়াৰ সমাজত পৰা নাছিল। এইবিলাক কাৰণত শিক্ষাৰ প্ৰসাৰতা কম আছিল। নাৰীৰ নালাগে, আনকি পুৰুষৰ মাজতো শিক্ষণীয় বিষয় কম আছিল। সকলোৱে শাস্ত্ৰীয় শিক্ষা লাভ কৰিছিল। নাৰীসকলেও এই শিক্ষাহে পাইছিল আৰু গৃহৰ গৃহিণী হৈ থাকিবলৈ বাধ্য হৈছিল। ক্ৰমে ক্ৰমে অতীত পাৰ হল আৰু বৰ্তমান যুগ পালেহি। আমাৰ দেশলৈ বৃটিছ আহিল আৰু বৈজ্ঞানিক শিক্ষা আৰম্ভ হ'ল। আমাৰ দেশলৈ পাশ্চাত্য সভ্যতাৰ আমদানি হ'ল। ভাৰতবাসী মুগ্ধ হ'ল। তেতিয়াৰ পৰা প্ৰায় আজিলৈ এই কালছোৱা আমাৰ নাৰীসকলৰ পক্ষে অন্ধকাৰ যুগ। পুৰুষ সকল আধুনিক শিক্ষাৰ পথত আগ বাঢ়িল, কিন্তু নাৰীসকল আগৰ অৱস্থাতে পৰি থাকিল ; বৰঞ্চ, পুৰণিকলীয়া শিক্ষাৰ আদৰ্শটিও লাহে লাহে নাইকীয়া

হ'ল। তাৰ ঠাইত আকৌ কোনো নতুন শিক্ষাৰ আদৰ্শই ঠাই পোৱা নাই। ইয়াৰ ফলত বিশেষকৈ আমাৰ গাঁৱলীয়া নাৰীসমাজে কু-সংস্কাৰৰ গধুৰ বোজা বহন কৰি আছে। বৰ্তমান সমাজৰ কৰ্তব্য--নাৰী-সমাজৰ মাজত সুশিক্ষা প্ৰচলন কৰি এই বোজাৰ পৰা তেওঁলোকক মুক্ত কৰাটো আৰু প্ৰগতিৰ পথলৈ আগবঢ়াই অনাটো। এই শিক্ষা সম্যক প্ৰচলন হোৱাৰ আগতেই তেওঁলোকক কিছুমান ক্ষেত্ৰত পুৰুষৰ সমানাধিকাৰ দিয়া হৈছে। কিন্তু যেতিয়ালৈকে তেওঁলোকে এটি সুপৰিকল্পিত শিক্ষা-পদ্ধতিৰ মাজেদি সু-শিক্ষিতা হৈ সুস্থ আৰু সবল মন গঢ়ি, ৰুদ্ধ চিন্তাধাৰাক বোৰ্তী পথলৈ আনিব নোৱাৰিব, তেতিয়ালৈ তেওঁলোকে প্ৰদত্ত ক্ষমতাৰ সদ্ব্যৱহাৰ কৰিব নোৱাৰিব। নিৰ্বাচনত ভোটাধিকাৰ পাইছে যদিও সেই বিষয়ত শতকৰা ৯৯ জনীয়ে পুৰুষৰ ইঙ্গিতত চলিব লাগিব। তেওঁলোকৰ কাৰণে যি ধৰণৰ শিক্ষা-পদ্ধতি আৱশ্যকীয় সি সকলো বিষয়তে পুৰুষৰ লগত একে ধৰণৰ হোৱাটো যুক্তিযুক্ত নহব। কিয়নো, সকলো বিষয়তে নাৰী আৰু পুৰুষৰ শক্তি-সামৰ্থ্য একে ধৰণৰ নহয়। জগতৰ আদি কাৰণতে পুৰুষ আৰু প্ৰকৃতি দুবিধ। নাৰীহে সন্তানৰ জন্মদাত্ৰী হব, পুৰুষ হব নোৱাৰে। ইউৰোপ আদি দেশত যদিও নাৰী আৰু পুৰুষ ভেদে কৰ্মক্ষেত্ৰৰ বিশেষ প্ৰভেদ তথাপি নাৰীসকলে পুৰুষৰ লগত বহু ক্ষেত্ৰতে সমান প্ৰতিযোগিতা কৰা দেখা নাযায়, বহু ক্ষেত্ৰত উত্তীৰ্ণ হোৱা নাৰীৰ সংখ্যা পুৰুষতকৈ কম। এটি বা দুটি উদাহৰণৰ পৰা কোনো এটি বিষয়ক লৈ, আমি এটা অনু-সিদ্ধান্ত বান্ধি লব নোৱাৰোঁ। এজনী বা দুজনী ছাগলীৰ মুখত দাঁড়ি দেখি সকলো স্ত্ৰী-জাতীয় জন্তুৰ দাঁড়ি থাকে বুলি কব নোৱাৰোঁ। ব্যভিচাৰ দোষ সকলোতে আছে।

## বৈধব্য প্ৰথা

নাৰী-সমাজৰ বৈধব্য-প্ৰথাৰ ফালে যদি লক্ষ্য কৰোঁ, তেনেহলে তাত বিধবাসকলক সামাজিক স্বাধীনতা দিয়া দেখা যায়। সেই অৱস্থাত তেওঁ-লোক পুৰুষৰ অধীনা নহয় বুলি কব পাৰি। কিন্তু কঠোৰ বৈধব্য-ব্ৰত তাহানি কালতহে সম্ভৱ আছিল, বৰ্তমান যুগত নহয়। এনেকুৱা ব্ৰত-চাৰিণীৰ পক্ষে যথেষ্ট আধ্যাত্মিক জ্ঞানৰ দৰকাৰ। বৈধব্য-ব্ৰতক চিৰ-কুমাৰী ব্ৰতো বুলিব পাৰি। চিৰকুমাৰ বা চিৰকুমাৰী-জীৱন কৰ্তাৰ অভি-ৰুচি ক্ৰমে স্বেচ্ছাকৃতহে। বৈধব্যব্ৰতো এক প্ৰকাৰ তেনেকুৱা। কিন্তু



বৰ্তমান সমাজৰ বিধবা সকল আধ্যাত্মিক জ্ঞান-বিবৰ্জিতা আৰু এই ব্ৰত তেওঁলোকৰ স্বেচ্ছাকৃত নহয়, সমাজৰ ভয়তহে পালনীয় হৈছে। এই কাৰণে তেওঁলোকে ইয়াৰ পৰা যে কিবা পাৰলৌকিক সফল ভোগ কৰিব পাৰে তাৰ একো নিশ্চয়তা নাই। সমাজৰ প্ৰতি বৈধব্য-জীৱনে যি সংযমৰ আদৰ্শ দাঙি ধৰিছে, ই জগতত বিৰল। কিন্তু বৰ্তমান সমাজৰ লোকে যে এই আদৰ্শৰ তাৎপৰ্য্য গ্ৰহণ কৰিছে তাকো দাঠি কব নোৱাৰি। গতিকে, যি কামৰ পৰা কি সমাজ, কি বিধবা সকল, কোনো পক্ষই লাভবান হোৱা বুলি কব নোৱাৰি, তাৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰিব নোৱাৰি। তদুপৰি, যি সংসাৰ অইনৰ পক্ষে ভোগ-বিলাসৰ ঠাই, তাত নিচেই তাকৰীয়া মাতৃ-জাতীয় দল এটিৰ ওপৰত নিজৰ ৰুচি বিগৰ্হিত আৰু স্বেচ্ছাবিৰোধী কঠোৰ প্ৰথা এটি সমাজে জাপি দিয়াৰ কোনো অৰ্থ নাই বুলি ভাবোঁ।

## পুঁজিবাদ

এই প্ৰসঙ্গতে আমাৰ সমাজৰ অৰ্থনৈতিক ফালটো কিঞ্চিত আলোচনা কৰিব খোজোঁ। আমাৰ ৰাজনৈতিক স্বাধীনতা আহিছে, কিন্তু প্ৰকৃত অৰ্থ-নৈতিক স্বাধীনতা অহা নাই। অৰ্থোপাৰ্জনৰ প্ৰথম উদ্দেশ্য--ভালকৈ খাবলৈ, পিন্ধিবলৈ আৰু থাকিবলৈ পোৱাটো। সমাজৰ যদি কিছুমান লোক অতল ঐশ্বৰ্য্যৰ অধীশ্বৰ হৈ ভোগ বিলাসৰ পৰাকাষ্ঠা দেখুৱাব পাৰে, আকৌ অধিক সংখ্যক লোক অভাব-অনাটনৰ মাজত পৰি দুবেলা দুমুঠি খাবলৈ নাপায় হাহাকাৰ কৰি থাকে, তেনেহলে এনেকুৱা সমাজ বা দেশৰ ভৱিষ্যত নিৰাপদ নহয় বুলি কব লাগিব। এনেকুৱা অৱস্থাৰ মূলত পুঁজিবাদো আছে। মহাত্মা গান্ধীয়ে এই পুঁজিবাদ ধ্বংস কৰিবলৈ ভাৰতবাসীক মন্ত্ৰ দি গৈছে। কিন্তু ভাৰতবাসীয়ে এই মন্ত্ৰ কিমানদূৰ গ্ৰহণ কৰিছে সেই বিষয়ে সন্দেহ আছে। এতিয়া বৃটিছৰ শোষণ নাই, কিন্তু আমাৰ মাজতে এটি শোষণকাৰী শ্ৰেণী আছে। ভাৰতীয় দৰিদ্ৰতাৰ বিৰুদ্ধে যি যুঁজ সি শোষণকাৰী সকলৰ বিৰুদ্ধেও হব। শোষণকাৰী সকলে আওপকীয়া বাটেৰে ধন আৰ্জি অতিৰিক্ত পুঁজি ৰাখি থোৱাটো জাগতিক সজ নিয়মৰ বহিৰ্ভূত কথা। ই জগতৰ শান্তিপূৰ্ণ পৰিস্থিতিৰ অন্তৰায় হৈছে। প্ৰাকৃতিক জগতে মানুহক জীয়াই থাকিবলৈ বস্তু হে দিছে কিন্তু টকা পইচা দিয়া নাই। অৰ্থনৈতিক জগতৰ সুচলৰ কাৰণে বস্তু আদান-প্ৰদানৰ মাধ্যম হিচাবে টকা পইচাৰ প্ৰচলন মানুহে কৰি লৈছে। ই এটা মানুহে কৰা কৃত্ৰিম উপায়। নীতি বিৰুদ্ধ

উপায়েৰে প্ৰচুৰ ধন ঘটি আৰু তাক পুঞ্জীভূত কৰি এজনে একচেতীয়া কৰাটো ততোধিক কৃত্ৰিমতা। দেশত অতিপাত ধনী থাকিলে অধিক সংখ্যাক দুখীয়া থকাটো স্বাভাৱিক কথা। কিয়নো, ধনীৰ ধন ওপৰৰ পৰা নপৰে, দেশৰে কিছুমানৰ পাবলগীয়া ধন এফলীয়া হৈ গৈ এজনৰ হাতত থুপ হয়। প্ৰাকৃতিক জগতৰ নিয়মবোৰৰ মাজত এই কৃত্ৰিমতা কেতিয়াও দেখা নাযায়। তাত চিৰন্তন নিয়মৰ ব্যতিক্ৰম নঘটে। প্ৰাকৃতিক জগতৰ এই নিয়মবোৰ মানব জাতিৰ শিক্ষাৰ বাবেহে। ই মানব জাতিৰ আগত সত্যৰ বিকাশ কৰিছে। কিন্তু মানব জাতিয়ে সেই শিক্ষা আৰু সত্যৰ আদৰ্শ গ্ৰহণ কৰিব নোখোজে। সেয়েহে জগতত ইমানবোৰ অশান্তি আৰু দুখ-কষ্ট। ইয়াকে দুখ কৰি কবিয়ে কৈছে, ঃ--

If this belief from heaven be sent
If such be Nature's holy plan
Have I not reason to lament
What man has made of man ? ১

পাশ্চাত্য দেশ বিলাকত পুঁজিবাদ সমস্যা তেওঁলোকৰ আদি যুগৰ পৰাই দেখা দিছে। আদি যুগত দাস প্ৰভুসকল, মধ্য যুগত ফিউদেল প্ৰভুসকল আৰু আধুনিক যুগত বুৰ্জোৱাসকল ক্ৰমান্বয়ে পুঁজিপতি হৈ উঠিছে। ইফালে যন্ত্ৰ শিল্প যুগৰ পৰা ই এটি বিশেষ ৰূপ লৈছে। পুঁজিবাদৰ ফলত ইউৰোপত নানা বিপ্লৱ, নানা দলীয় যুদ্ধ আৰু নানা সামাজিক উত্থান-পতন ঘটিছে। ভাৰতবৰ্ষত এনে ধৰণৰ ঘটনা বিপৰ্য্যয় বহুত কম। কিন্তু বৃটিছ সোমোৱাৰ লগে লগে ভাৰতবৰ্ষতো ধনী সম্প্ৰদায়ৰ পক্ষে এটি অনকুল পৰিবেশৰ সৃষ্টি হল। এই পৰিবেশৰ মাজত এই সম্প্ৰদায়ে নতুন সাৰ-গোবৰ পালে। কিন্তু ভাৰতৰ যি প্ৰাচীন আদৰ্শবাদ, সি পুঁজিবাদৰ অনকুলে নহয়। কিয়নো ধৰ্মৰ ফালৰ পৰা দান দক্ষিণাৰ ওপৰত মহাফল আৰোপিত কৰা হৈছিল। যিবিলাকৰ অধিক ধন আছিল তেওঁলোকে ভগৱানৰ পূজা-সেৱা, উৎসৱ, জাতকৰ্ম আৰু অন্ত্যেষ্টিক্ৰিয়াদিৰ মাজেদি তাক অকাতৰে ব্যয় কৰিছিল আৰু তাক পাইছিল দুখীয়া দৰিদ্ৰসকলে। শাস্ত্ৰয়ো উল্লেখ কৰিছে যে কলিকালত দান ধৰ্মই মহাধৰ্ম। বুৰঞ্জীয়ে প্ৰমাণ কৰে, ৰজা-মহাৰজা সকলৰ ৰাজকোষত যেতিয়া অধিক ধন হৈছিল তেওঁলোকে প্ৰজাক দান কৰিছিল। বৰ্তমানে বিনোৱা ভাৱেৰ 'ভূমিদান যজ্ঞ'ও এই দান ধৰ্মৰ বাহিৰে অইন একো নহয়। ভাৰতবৰ্ষত এই আন্দোলন সফল

১ Words worth : 'Written in Early Spring.'



হৈছে এই বুলিয়ে যে ভাৰতীয়ৰ পক্ষে দান কৰাটো পূৰ্বৰে পৰা হাড়ে-মগজুৱে লগা অভ্যাস।

ৰুচিয়াই পুঁজিবাদ সমস্যাৰ সংঘৰ্ষত এটা নতুন দাৰ্শনিক মতবাদৰ সৃষ্টি কৰিছে। এই দাৰ্শনিক মতবাদৰ ওপৰত তেওঁলোকৰ শাসন আৰু সমাজ প্ৰতিষ্ঠিত হৈছে। এই মতবাদ কিমানদূৰ নিৰ্ভুল আৰু চিৰন্তন তাক এতিয়াও বুজা নাযায়। এই মতবাদক তেওঁলোকে থিয় কৰাইছে বৰ্তমান বৈজ্ঞানিক জগতৰ অভিজ্ঞতাৰ ওপৰত। বৰ্তমান বৈজ্ঞানিক যুগটো বৃহৎ কালটোৰ তুলনাত এটি খণ্ডকাল। এই অনাদি অনন্ত বৃহৎ কালটোৰ গৰ্ভত সোমাই আছে অতীত, বৰ্তমান আৰু ভবিষ্যত, এই খণ্ডকালবোৰ। এটি মাত্ৰ খণ্ডকালৰ অভিজ্ঞতাই সনাতন ধৰ্মী, চিৰন্তন দাৰ্শনিক মতবাদ এটিক জন্ম দিব নোৱাৰে। খণ্ডকালৰ অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি দাৰ্শনিক মতবাদৰ সৃষ্টি কৰা ভাৰতীয়ৰ ধৰ্ম নহয়। ভাৰতীয়ই কৰিব লাগিলে অতীত, বৰ্তমান আৰু ভবিষ্যত জ্ঞানক একেলগে সামৰি লৈ এটি সমন্বয়ৰ মাজেদিহে কৰিব। ৰুচিয়াৰ চিন্তাধাৰা আৰু ভাৰতীয়ৰ চিন্তাধাৰা একেটা হব নোৱাৰে, যেহেতু দুখন দেশৰ পৰিস্থিতি বেলেগ বেলেগ। ৰুচিয়াৰ চিন্তাধাৰা অতীতৰ ওপৰেদি বাগৰি অহা নাই; কাৰণ তেওঁলোকৰ পক্ষে অতীত নাইবা অতীতৰ আহিলা নাই বুলি কলেও একো অত্যুক্তি নহয়। কিন্তু ভাৰতীয়ই অতীতক বাদ দিব নোৱাৰে, কাৰণ ভাৰতৰ গৌৰৱময় অতীত আছে আৰু অতীতৰ আহিলাও যথেষ্ট আছে। সেই বাবে ভাৰতীয় চিন্তাত আহিলাৰ ত্ৰুটী হব নোৱাৰে। ৰুচিয়া জড়-বিজ্ঞানৰ উপাসক। এই উপাসনাৰ ফলত তেওঁলোকে জড়-জগতৰ আদৰ্শৰ লগত নিজৰ আদৰ্শক খাপ খুৱাবলৈ বিচৰাটো থিকেই হৈছে। কিন্তু এই জড়-বিজ্ঞানৰ উন্নতি তেওঁলোকৰ মনত মানৱে কৰা চৰমোন্নতি। ভাৰতৰ পক্ষে ই চৰমোন্নতি নহয়। অতীতৰো অতীতত ভাৰতীয় লোকে যি উন্নতি কৰিছিল সি ইয়াতোকৈ ওখ খাপৰ বুলি কব লাগিব। মানব-তত্ব বিচাৰত তেওঁলোকে ডাৰউইনৰ তথ্যক সমৰ্থন কৰে। ভাৰতীয়ই এই তথ্য মানি লোৱাৰ আগতে ত্ৰিকালজ্ঞ সকলে এৰি থৈ যোৱা জ্ঞান-ভাণ্ডাৰ পুৰি চাই কৰিব লাগিব। ডাৰউইনে কোৱা মানব জাতিৰ ক্ৰমোন্নতিৰ আৰু ৰুচিয়াৰ প্ৰগতিবাদ একেটা কথা। এই তথ্য মানি ললে মানব-জাতি সদায় এটা উল্লম্ব গতিত উধাব লাগিছে বুলি কব লাগিব। কিন্তু ভাৰতীয়ই 'সংসাৰ-চক্ৰ' বুলি এটা কথা সদায় চিঞৰি কব লাগিছে। সংসাৰখন এটা বৃত্তাকাৰ গতিত ঘূৰিব লাগিছে। মানব-জাতিও এই বৃত্তাকাৰ গতিত ঘূৰিব লাগিছে।

সেই দেখি কোৱা হয়, "চক্ৰবৎ পৰিবৰ্তন্তে দুখাণি চ সুখাণি চ"। কিন্তু মানবে কব নোৱাৰে যে তেওঁলোক এইদৰে বৃত্তাকাৰে ঘূৰি আছে। গৰু এটাৰ চকু দুটাত কাপোৰ বান্ধি এৰি দিলে সি একে ঠাইতে বৃত্তাকাৰে ক্ৰমান্বয়ে ঘূৰি থাকিব। সি কব নোৱাৰিব যে সি ঘূৰি আছে, সি গৃহস্থৰ ঘৰলৈ পোনাই গৈ আছে বুলিহে ভাবিব। সাধাৰণ মানবেও ভাবে যে তেওঁলোক সদায় পোন গতিৰে উধাই গৈ আছে। সময়ৰ গতি বৃত্তাকাৰ হোৱাত সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলিযুগ ক্ৰমান্বয়ে বৃত্তাকাৰে ঘূৰি আছে। সেইদৰে নহলে একে যুগ, একে ঋতু আৰু একে মাহ আমি পুনঃ পুনঃ নাপালোহেঁতেন।

ৰুচিয়াই খণ্ডকালীয় আদৰ্শবাদ লৈ প্ৰগতি পথত আগবঢ়া দেখিবলৈ পোৱা যায়। ই তাৎকালিক উপায়েৰে কৰা তাৎকালিক বা সাময়িক প্ৰগতিহে। যেনেকৈ এদিনীয়া আকস্মিক লাভে গৃহস্থী এখনৰ স্থায়ী উন্নতি বুজাব নোৱাৰে, তেনেকৈ ৰুচিয়াৰ সাময়িক উত্থানে তাৰ যুগমীয়া উন্নতি সুনিশ্চিত নকৰে। সেই বুলি যুগমীয়া উন্নতিৰ বাবে সাময়িক তাৎকালিক উত্থানক বাদ দিব নোৱাৰি।

বৰ্তমান সময়ত ভাৰতবৰ্ষতো তাৎকালিক উত্থান আৱশ্যক হৈ পৰিছে। বস্তুবাদী চিন্তাৰে বিজ্ঞান-চৰ্চাৰ মাজেদি ইয়াৰ সাধন হব লাগিব। তাকে কৰিবলৈ যাওঁতে বৃহৎকাল-চকৰীৰ লগত লুটি খাই ফুৰা বৃহত্তম চিন্তাধাৰাৰ পৰা ভাৰত আঁতৰি আহিব নোৱাৰিব।

তাৎকালিক উত্থানৰ মাজেদি ৰুচিয়াই পুঁজিবাদক ধ্বংস কৰিবলৈ বিপ্লববাদৰ অৱতাৰণা কৰিছে। কিন্তু এই বিপ্লব সাফল্যমণ্ডিত কৰাটো সহজ নহয়। এই বিপ্লববাদ গান্ধীবাদৰ লগত খাপ নাখায়। ভাৰত চৰকাৰ গান্ধীবাদৰ ওপৰত ৰূপায়িত হৈছে। বিপ্লববাদ প্ৰাচীন ভাৰতীয় আদৰ্শৰ লগতো অপৰিচিত। ভাৰতীয় ধন-তান্ত্ৰিকতা বিনা-বিপ্লৱে দূৰীভূত হোৱাটোহে মঙ্গলজনক। তাকে কৰিবলৈ ভাৰতীয় সমাজৰ দান-ধৰ্মৰ মহিমা পুনৰ ঘোষিত হব লাগিব আৰু তাৰ জয়ঢোল বাজি উঠিব লাগিব। তদুপৰি চৰকাৰ পক্ষই এনে ব্যৱস্থা কৰক যাৰ ফলত ধনী সম্প্ৰদায়ে অতিৰিক্ত ধনৰ অসাৰতা আৰু অপ্ৰয়োজনীয়তা ভালকৈ বুজিব পাৰে। এনেকুৱা ব্যৱস্থা হওক, যাৰ ফলত মানুহে সামাজিক প্ৰতিষ্ঠাৰ বাবে ব্যক্তিত্ব আৰু



যোগ্যতাকহে বিশেষ সমাদৰ কৰি ধনক নেওচিব পাৰে। আমাৰ সমাজত বৰ্তমানে তিনিটা শ্ৰেণী—ধনী, মধ্যবিত্ত আৰু শ্ৰমিকসকল। মধ্যবিত্ত সকল সংখ্যা গৰিষ্ঠ হলেও তেওঁলোকৰ পক্ষে সংসাৰ-যাত্ৰা দুষ্কৰ হৈছে। এনেকুৱা ব্যৱস্থা হওক, যাৰ ফলত মধ্যবিত্ত আৰু শ্ৰমিক সকলৰো অভাৱ-অনাটনৰ লাঘব হয়।

এইবিলাক আমাৰ সমস্যা। বৰ্তমানে সমাজবাদী সমাজ নাইবা শ্ৰেণী-বিহীন সমাজৰ যি ধ্বনি উঠিছে এইবিলাক সমস্যাই তাৰ কাৰণ। তাক আলোচনা কৰাই এই প্ৰবন্ধৰ উদ্দেশ্য। আধ্যাত্মিকতা আৰু বস্তুবাদৰ এটি মিশ্ৰিত দৃষ্টিভঙ্গীৰ মাজেদি কৰা আঁচনি সমূহৰ দ্বাৰা এই সমস্যাবোৰৰ সমাধান হব পাৰে, যাৰ ফলত ভাৰত এখন অভিনৱ ৰাষ্ট্ৰত পৰিণত হব আৰু যাৰ আদৰ্শই পৃথিবীত শান্তি স্থাপনৰ ব্যৰ্থ প্ৰয়াস অব্যৰ্থ হব। ০০

---

০০ গুৱাহাটীৰ পৰা প্ৰকাশিত 'কামধেনু' নামৰ মাহেকীয়া আলোচনীত প্ৰকাশিত।

# বৰ্তমানত অতীতৰ মূল্যায়ন

ইংৰাজীত এষাৰ কথা আছে--

"Yesterday is a cancelled cheque
—You can't cash it
Tomorrow is a promisory note
Don't rely on it
Today is ready cash
Spend it wisely."

অৰ্থাৎ "যোৱা কালি এখন প্ৰত্যাখ্যান কৰা চেক। তুমি এই চেক ভঙাই টকা আনিব নোৱাৰা। অহাকালি এখন 'প্ৰমিচৰী নোট' (ভবিষ্য প্ৰতিজ্ঞা পত্ৰ), তুমি ইয়াক আশা কৰিব নোৱাৰা। আজি হৈছে নগদ টকা। ইয়াক সৎব্যৱহাৰ কৰি বৰ্তমান জীৱন ধন্য কৰিব পাৰা।"

মানুহৰ জীৱনৰ অতীত আৰু বৰ্তমান বিচাৰি চালে কিছুমান কৰ্ম পৰিলক্ষিত হয়। ধৰ্ম-অৰ্থ-মোক্ষ কামৰ বাবে মানৱ জীৱন। অতীতক ৰোমন্থন কৰি বৰ্তমানক সৎব্যৱহাৰ কৰিলে জীৱন মধুময় হয়।

গীতাৰ তৃতীয় অধ্যায়ত আছে--

অন্নাদ ভবন্তি ভূতানি পৰ্জ্জন্যাদন্ন সম্ভবঃ।
যজ্ঞাদ্ ভবতি পৰ্জ্জন্যো যজ্ঞঃ কৰ্ম্মসমুদ্ভবঃ ॥১৪
কৰ্ম্ম ব্ৰহ্মোদ্ভবং বিদ্ধি ব্ৰহ্মাক্ষৰ সমুদ্ভবম্।
তস্মাৎ সৰ্ব্বগতং ব্ৰহ্ম নিত্যং যজ্ঞে প্ৰতিষ্ঠিতম্ ॥১৫

অৰ্থাৎ, প্ৰাণীসকল অন্নৰ পৰা উৎপন্ন হয়, মেঘৰ পৰা অন্ন উৎপন্ন হয়। যজ্ঞৰ পৰা মেঘ আৰু কৰ্মৰ পৰা যজ্ঞ উৎপন্ন হৈছে। অগ্নি হোত্ৰাদি কৰ্মসমূহ বেদৰ পৰা উৎপন্ন আৰু বেদ ব্ৰহ্মৰ পৰা উৎপন্ন হৈছে। এতেকে সৰ্বব্যাপী অবিনাশী পৰম ব্ৰহ্ম ধৰ্মাদি ৰূপ যজ্ঞত সৰ্বদায় প্ৰতিষ্ঠিত আছে। গতিকে সংসাৰ চক্ৰ পৰিচালনাত যিহে সহায় নকৰে সেইজন



ইন্দ্ৰিয় সুখাসক্ত পাপাত্মা। সি বৃথা জীৱন ধাৰণ কৰে। জীৱন সাৰ্থক কৰিবলৈ অতীত আৰু বৰ্তমানৰ মূল্যায়ন কৰা অত্যন্ত প্ৰয়োজন।

অতীতৰ মৰাশটো কান্ধৰ পৰা নমাই থৈ জীৱন্ত মানৱ প্ৰগতিৰ পথত আগুৱায়, এনেকুৱা মন্তব্য জড়বাদীসকলৰ মুখত শুনা যায়। কিন্তু আমি সদায় দেখি আছো, মৰাশটো জড়দেহ (material body) মাত্ৰ। গতিকে জড়বাদী হৈ জড়দেহক নেওচা দিয়াত স্ববিৰোধী ভাৱহে পৰিলক্ষিত হয়। মৰাশ কান্ধত লৈ তাৰ পিচত গুণ কীৰ্তন কৰি পথে পথে সমদলীয় শোভা-যাত্ৰা কৰি ফুৰাও দেখা যায়, তাৰ পিচত শ্মশানৰ অগ্নিসংকাৰ কাৰ্য্যকে আৰম্ভ কৰি লেলাট ভুঞ্জি কেবাদিনীয়া অন্ত্যেষ্টিক্ৰিয়া সম্পাদন কৰি বিস্তৰ ধন ভগন কৰাও অপৰিহাৰ্য্য কাৰ্য্যৰূপে চলি আহিছে। ইয়াৰ ভিতৰত নিশ্চয় কিবা এটি তাৎপৰ্য্য লুকাই আছে। সেই তাৎপৰ্য্য এইটোৱে হব যে মৃত দেহটোৱে এটা অৱস্থান্তৰ লাভ কৰে আৰু তাৰ সেইটোৱে পহিলাতে প্ৰেতাৱস্থা। এই প্ৰেতাৱস্থাৰ পৰা মৃতকক উদ্ধাৰ কৰি তেওঁক মুক্তিৰ পথলৈ আগবঢ়াই দিয়াটো পুত্ৰ আৰু স্বজনসকলৰ কৰ্তব্য। সেইবাবে নানা কাৰ্য্য কৰিব লগীয়া হয়। এই বিষয়ত কবলগীয়া বহুত থাকিলেও এই প্ৰবন্ধত তাক স্থান দিব নোখোজোঁ। অকল ভাৰতবৰ্ষতে অন্ত্যেষ্টিক্ৰিয়া সম্পাদনৰ প্ৰথা নাই, পৃথিৱীৰ সকলো দেশৰ সকলো ধৰ্মতে বিভিন্ন ৰূপত সকলোৱে এই প্ৰথা পালন কৰি আহিছে। গতিকে আমি ধৰি লব লাগিব যে অতীতক মৰাশ বুলি আখ্যা দিলেও তাৰ ভিতৰত যথেষ্ট তাৎপৰ্য্য আছে। সেই দেখি এগৰাকী খ্যাতনামা পণ্ডিতে কৈছে-- "We are the children of the past, possessor of the present and creator of the future" এই বিষয়ে আধুনিক যুগৰ দাৰ্শনিকসকলে কি কয় চোৱা যাওক। মাৰ্ক্সীয় দৰ্শন আধুনিক যুগৰ। বাস্তৱবাদী দৰ্শনে (philosophy of realism) তাৰ সমসাময়িক আৰু তাৰ পৰৱৰ্তী যুগকো সামৰিছে, তাত পোৱা যায়-- 'Whatever is, is in the space-time or it is pure space-time to begin with. Space-time is real and reality is a process. Modern realism says, as against the older philosophies of change, that process is not a mere 'coming into being and passing away' without a future. On the contrary, the world as it passes, it perishes and in perishing it yet remains as an element in the future

beyond itself, therefore as we perish we are immortal. --বস্তুমাত্ৰেই স্থান আৰু কালৰ ওপৰত নাইবা আৰম্ভণিতে কেৱল স্থান আৰু কালহে আছিল। এই স্থান কাল বাস্তৱ আৰু বাস্তৱতা এটা পদ্ধতিহে। আধুনিক বাস্তৱবাদে পুৰণি পৰিবৰ্তনবাদী দৰ্শন (মাৰ্ক্সবাদী)ৰ বিপৰীত ধৰ্মী হিচাবে কয় যে পদ্ধতি বুলিলে সি ভবিষ্যৎবিহীন হৈ কেৱল আছিল আৰু গুচি গ'ল, এনেকুৱা নহয়। আনপক্ষে জগত যেহেতু চলি আছে তাৰ বিনাশো আছে আৰু এই বিনাশো ভবিষ্যতৰ কাৰণে সি তেতিয়া এটা উপাদান স্বৰূপে ৰৈ যায়, সেই দেখি, যেহেতু আমি মৰো, আমি অমৰ।

মৃত্যু মানে আমাৰ জড়দেহৰ বিনাশ। জড়দেহৰ বিনাশৰ লগে লগেই আত্মিক-দেহৰ কাম আহি পৰে। জড়দেহক স্বীকাৰ কৰিলে আত্মিক দেহকো স্বীকাৰ কৰিব লাগিব। জড় বস্তু (Matter) থাকিলে আত্মিক শক্তি (Spirit)ও থাকিব; যেনিবা ৰচি এগছ, তাৰ এটা মূৰ থাকিলে আনটো মূৰো থাকিব। ইয়াক বুজিবলৈ টান নহয়। পহিলাতে দুয়োবিধ পৰস্পৰ স্ববিৰোধী বুলি অনুমিত হয়, কিন্তু সেইটো নহয়; বৰঞ্চ দুয়োবিধৰ ভিতৰত অবিনাভাব সম্বন্ধ। কাকো এৰি কোনো থাকিব নোৱাৰে। এই অবিনাভাব সম্বন্ধ বুজিবলৈ বেচি দূৰ যাব নালাগে। বাহ্যিক জগতৰ অভিজ্ঞতাৰ পৰা তাক সহজে বুজা যায়। তাৰ বহুত উদাহৰণ পৰি আছে, যেনে জুই-পানী, শীতল-উত্তাপ, দিন-ৰাতি, জন্ম-মৃত্যু, সূৰ্য্য-চন্দ্ৰ ইত্যাদি। এই যুৰীয়া শব্দবিলাকৰ অৰ্থই এইটো বুজায় যে ইবিধ থাকিলে সিবিধো থাকিব, ইবিধ নেথাকিলে সিবিধো নেথাকিব। এই নিয়মৰ অধীনত বিশ্ব জগৎ চলিছে। গতিকে আত্মিক শক্তি (Spirit) বুলিলেও আমি এনেকৈ বুজিম যে জড়বস্তু (Matter)ৰ লগত বাহ্যিক দৃষ্টিত সি স্ববিৰোধী হোৱা যেন লাগিলেও প্ৰকৃত অৰ্থত স্ববিৰোধী নহয় বৰঞ্চ উভয়ে পৰস্পৰ অবিনাভাৱেৰে সম্বন্ধিত।

কি বাটেৰে জ্ঞানীসকলে আধ্যাত্মিক জগৎ বিচাৰি পাইছে, তাৰ যৎসামান্য আলোচনা কৰিম। জীৱন্ত দেহ বুলিলে তাৰ ভিতৰত এটা প্ৰাণ আছে, প্ৰাণ থকাৰ কাৰণে এটা মনো আছে আৰু দুয়োবিধে অবিৰাম ভাবে কাম কৰি আছে। এই দুবিধ নহলে আমি জড়পিণ্ডবৎ অটল অচল হৈ থাকিলোহেঁতেন। যেতিয়া মনতে প্ৰশ্ন উঠিল এই প্ৰাণ আৰু মন কি আৰু ইয়াৰ উৎপত্তি ক'ত, তেতিয়া জ্ঞানীসকলে চিন্তাৰ বাটত খোপলি মেলিলে। চিন্তাশক্তি মগজুৰ পৰা আহিল আৰু মনৰ তাড়নাত মগজুৱে চিন্তা নকৰাকৈ থাকিব নোৱাৰা হ'ল, ফলত বিস্তৰ আধ্যাত্মিক জ্ঞান (Spiritual



knowledge)ৰ উদ্ভৱ হ'ল আৰু বিচাৰি পোৱা গ'ল যে তেওঁলোকে চিন্তাৰ বাটত আগবাঢ়ি যোৱাৰ লগে লগে তেওঁলোকৰ স্বজ্ঞাশক্তি(intuitive power)ও কোবাল হৈ উঠিল। তাৰ ফলত যুক্তিবাদে চুকি নোপোৱা নানা আধ্যাত্মিক আবিষ্কাৰ হ'ল যাৰ ভিতৰত সত্যতা নিহিত থকাটো ধুৰূপ। স্বজ্ঞা (intuition)ৰ বলত তেওঁলোকে ধৰিব পাৰিলে যে অকল ব্যক্তি মনেই নহয়, সকলোৰে ওপৰত এক বিশ্বব্যাপক বিৰাট মন (supermind) আছে। এই বিৰাট মন কি? ঋষি অৰবিন্দৰ ভাষাত থোৰতে কব লাগিলে, "Supermind is the vast self-extension of the Brahma that contains and developes."--সৰ্ব ব্যাপক বিৰাট মন ব্ৰহ্মৰ বিৰাট বিস্তৃতি, ইয়ে সকলোকে ধাৰিছে আৰু সকলোকে বৃদ্ধি কৰিছে।

এথালী পানীত এগিলাচ পানী বুৰ গৈ থকাৰ দৰে আমাৰ গাইগুটীয়া মনবিলাক তাত বুৰ গৈ আছে আৰু তাত পানীভাগ এৰি গিলাচটো তুলি আনিলে থালীৰ পানীত গিলাচৰ পানীভাগ এক হৈ যাব। পুণ্যশীল লোকসকলৰ ক্ষেত্ৰতহে এইটো হব পাৰে, কিন্তু পাপীসকলৰ দেহ ব্ৰহ্মৰ লগত এক কৰিব খুজিলে বহুত প্ৰয়াস কৰিব লাগিব।

জ্ঞানীসকলে এইদৰে চিন্তাৰ ধাৰাবাহিক গতিৰে আগবাঢ়ি বিভিন্ন স্তৰ অতিক্ৰম কৰি অন্তত ব্ৰহ্মক পাইছে গৈ। ব্ৰহ্মৰ তিনিটা স্বৰূপ, সৎ, চিৎ আৰু আনন্দ। সেই কাৰণে তেওঁক সচ্চিদানন্দ পৰম ব্ৰহ্ম বোলা হয়। যেতিয়া জগৎ ধ্বংস হৈ যায়, তেতিয়া পৰম ব্ৰহ্ম প্ৰলয় সমুদ্ৰত অব্যক্ত হৈ জগতৰ প্ৰাণ বীজ স্বৰূপে ৰৈ থাকে। যেতিয়া আকৌ বিশ্বৰ সৃষ্টি কৰিবলগীয়া হয়, তেতিয়া 'চিৎ' স্বৰূপে পুনৰায় ব্যক্ত হৈ জড়দেহৰ আশ্ৰয় লয় আৰু মাতৃগৰ্ভত জীৱৰ প্ৰাণ সঞ্চাৰ কৰে। তেওঁৰ চিৎস্বৰূপ থকাৰ কাৰণে পৰম ব্ৰহ্ম চৈতন্যময়। এই চিৎ অৰ্থাৎ চৈতন্যৰ পৰা তাৰ এটা শক্তি (force)ৰ উদ্ভৱ হৈছে, এই শক্তিয়ে প্ৰকৃতি, এয়া পুৰুষ প্ৰকৃতি। দুয়োৰো ভিতৰত তুলনা এইটো হব--পুৰুষৰ চৈতন্য আছে, ক্ৰিয়া শক্তি নাই। কিন্তু প্ৰকৃতিৰ ক্ৰিয়া শক্তি আছে, চৈতন্য নাই। কিন্তু পুৰুষ প্ৰকৃতিৰ অবিনাভাব সম্পৰ্ক।

বিজ্ঞান প্ৰসূত ফল আৰু মাৰ্ক্সীয় আদৰ্শই অতীতৰ আধ্যাত্মিক জগতখনক আজি ম্লান কৰিছে। মাৰ্ক্সে কয়, "philosophers have so far interpreted the world : the point is to change it." --দাৰ্শনিক সকলে এই পৰ্য্যন্ত জগতৰ অৰ্থ ভাঙি দেখুৱাইছে, কিন্তু কথা এইটোহে যে আজি পৃথিবীক পৰিবৰ্তন কৰিব লাগিব।

আনহাতে, স্বৰ্গীয় ডঃ ৰাধাকৃষ্ণণে কয়,-- We cannot mani-

pulate reality into accord with any ideal of our mind, but have only to recognise it.––আমি ক.ৰো নিজা আদৰ্শমতে বাস্তৱতাক হাতেৰে ভাঙ্গি ছিঙ্গি দিয়াৰ দৰে দিব নোৱাৰো, আমি কেৱল তাৰ স্বীকৃতিহে দিব লাগিব।

শঙ্কৰাচাৰ্য্যৰ মতো তদ্ৰূপ — "The philosophy of Sankara is not the production of what to be, but is the apprehension of what is. A spiritual perception of the infinite as the real leads to peace and joy."
শঙ্কৰাচাৰ্য্যৰ মতে, কিটো হোৱা উচিত তাৰ ওপৰত দৰ্শন হব নোৱাৰে, কিটো হয় তাৰ হৃদয়ঙ্গমৰ ওপৰতহে। বাস্তৱ বুলি অসীমৰ যিটো আধ্যাত্মিক অনুভূতি সি আমাক শান্তি আৰু আনন্দলৈ লৈ যায়।

কাৰ্লমাৰ্ক্সৰ মতবাদ আন দুজনাৰ সৈতে নিমিলে। অৱশ্যে এইটো সঁচা যে কাৰ্লমাৰ্ক্স আধুনিক যুগৰ এজনা উগ্ৰপন্থী দাৰ্শনিক আৰু অৰ্থনৈতিক সমতাবাদ প্ৰতিষ্ঠাৰ জ্বলন্ত পৃষ্ঠপোষক। পৃথিবীত পুঁজিবাদ ধ্বংস কৰি অৰ্থনৈতিক সমতাৰে সমাজবাদ প্ৰতিষ্ঠা কৰিবলৈ জীৱনব্যাপি কৰা সাধনাৰ বাবে তেওঁ নিশ্চয় উচ্চ সন্মান আৰু প্ৰশংসাৰ অধিকাৰী। পৃথিবীৰ নিপীড়িত আৰু শোষিত শ্ৰমিক জীৱনৰ দুৰৱস্থা দেখি তেওঁৰ প্ৰাণে কান্দিছিল আৰু তেওঁ লোকৰ দুখ-দুৰ্গতি মোচন কৰিবলৈ বিয়াকুল হৈ পৰিছিল। মানুহ শিক্ষা সংস্কৃতিৰ পথত আগবাঢ়িব খুজিলে আগেয়ে ভাত-কাপোৰৰ সমস্যা দূৰীভূত কৰি এটি সুস্থ পৰিবেশত জীৱন নিৰ্বাহ কৰিবলৈ পাৰিব লাগিব। এইটো তেওঁৰ সৎ উদ্দেশ্য সঁচা, আৰু পৰিবৰ্তন লাগে, সিও সঁচা, কিন্তু তেওঁৰ কৰ্ম পন্থা গোটেই পৃথিবীৰ ক্ষেত্ৰত কৃতকাৰ্য্য হোৱা নাই, যদিও ৰুচীয়াত এটা অভাৱনীয় পৰিবৰ্তন আহিছে। গোটেই পৃথিবীয়ে মাৰ্ক্সবাদ গ্ৰহণ কৰা নাই আৰু ৰুচীয়াৰ ভিতৰতে (পৃথিবীৰ কথা বাদ দিলেও) বিভিন্ন দৃষ্টিভঙ্গীয়ে ক্ৰিয়া কৰাৰ ফলত দলীয় খেলি-মেলিয়ে শান্তিৰ পথত হেঙাৰ ধৰিছে।

মাৰ্ক্সীয় নীতিৰ ভিতৰত আমি এটা ত্ৰুটি লক্ষ্য কৰোঁ। সেয়া হৈছে ধৰ্মীয় নৈতিকতা আৰু আধ্যাত্মিক চৰ্চ্চাৰ ওপৰত আস্থাহীনতা। এদিন এই আদৰ্শৰ অকৃতকাৰ্য্যতাৰ কাৰণ এই কেৰোণটোৱে নিৰূপিত হব বুলি অনুমান কৰো। এই নীতিৰ ভিতৰত দৰকাৰ হলে বিপ্লৱৰ ব্যৱস্থা আছে, পৃথিবীত বিপ্লব কেইবাটাও ঘটিছে আৰু ফলস্বৰূপে একোটা পৰিবৰ্তনো আহিছে কিন্তু সেই পৰিবৰ্তন বিলাকে জনগণৰ বাবে স্থায়ী শক্তিমূলক ব্যৱস্থা কৰিব পৰা নাই। বিপ্লব পৰাপক্ষত বাঞ্চনীয় নহয়, ই যুদ্ধৰেই প্ৰতিৰূপ। যুদ্ধৰ বিভীষিকা আৰু ধ্বংসলীলা আছে তাৰ পৰা বিপ্লৱো বাদ



নপৰে, ৰাজনীতিৰ দৃষ্টিভঙ্গীৰেও বিপ্লব নিবাৰণৰ পথহে চিন্তনীয়। সাধাৰণতে স্বাধীন দেশৰ শাসকৰ বিৰুদ্ধে শাসিতে বিপ্লব কৰা দেখা যায়। কিন্তু হিন্দুৰাজ্য ভাৰতবৰ্ষত হিন্দু শাসকৰ দিনত প্ৰজাই বিপ্লব কৰা কোনো কালতে দেখা নাযায়।

নৈতিকতাও শাসিতৰ ওপৰত বলেৰে জাপি দিবলগীয়া বস্তু নহয়। ধৰ্মানুলিপ্ত শাসনে মানুহৰ মনত নৈতিকতা বোধ আপোনা আপুনি জগাই তোলে, যেনেকৈ শিশুৱে নিজক 'মই' বুলিবলৈ আপোনা আপুনি শিকে, যেনেকৈ বুদ্ধই ৰাজসুখ ত্যাগ কৰি সত্যৰ সন্ধানত মাজনিশা ৰাজভৱন এৰি বননিৰ মাজলৈ প্ৰস্থান কৰিছিল আৰু যেনেকৈ হৰ্ষবৰ্দ্ধনে ৰাজকোষত ধন বৃদ্ধি হলে স্ব-ইচ্ছাৰে তাক প্ৰজাৰ মাজত বিলাই দিছিল। এইবোৰ স্বয়ংজাত নৈতিকতা বোধৰ জ্বলন্ত উদাহৰণ।

বিপ্লব আৰু দুৰ্নীতিৰ ৰাজত্ব কিয় হয়? ৰাজনীতিত ধৰ্ম বিমুখতাই ইয়াৰ এটা কাৰণ বুলি কব লাগিব। অতীতৰ ৰাজনীতি ধৰ্মৰ লগত সাঙোৰ খাই আছিল। এই সম্পৰ্কত যিবিলাক শাস্ত্ৰৰ বচন আছে তাক ৰজা আৰু প্ৰজা উভয়ে মানিছিল আৰু তাত বিশ্বাস ৰাখিছিল। এনেকুৱা শাস্ত্ৰীয় উপদেশবিলাক কেৱল এক বিশেষ ধৰ্মৰ আচুতীয়া বস্তু বুলি ধৰিলে ভুল কৰা হব। পৃথিবীৰ সকলো ধৰ্মৰ ভিতৰতে ইবিলাকক সাধাৰণ (common) বস্তু হিচাবে পোৱা যায়।

ভাৰতীয় ৰাজনীতি অকল ভাৰতীয় ৰজাৰ কাৰণেই নাছিল, সমগ্ৰ পৃথিবীৰ ৰজাসকলৰ কাৰণেও আছিল। ইয়াক বিশ্বাসৰ ওপৰত মানুহে মানিছিল, সেই কাৰণেহে তাৰ সুফল পোৱা গৈছিল। যেনে, ধৰ্মৰ পৰা বিচলিত হোৱা ৰজাক তেওঁৰ শাসন কাৰ্য্যই তেওঁৰ বন্ধু-বান্ধৱৰে সৈতে বিনাশ কৰে। এনেকুৱা শাস্ত্ৰীয় বচনক ৰজাই বিশ্বাস কৰিছিল আৰু কুশাসন কৰিবলৈ ভয় কৰিছিল। যদি কোনোবাই কয় যে আজি যুক্তিবাদ আৰু বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ দিনত শাস্ত্ৰীয় বচনৰ কি মূল্য আছে? তাৰ উত্তৰত কব লাগিব যে যিবিলাক শাস্ত্ৰীয় বচনক নীতি বচন বুলি ধৰিব পাৰি তাৰ আকৌ অৰ্থান্তৰ বা বৈজ্ঞানিক বিশ্লেষণ কি হব পাৰে?

সকলোকে বাদ দি আজিৰ ভাৰতত প্ৰথমে কি দৰকাৰ হৈছে? ভাৰতৰ দৰিদ্ৰতা নিবাৰণেই প্ৰথম কাম বুলি ধৰিব লাগিব। প্ৰথমে খাব লবলৈ পোৱাটো আৰু মানুহৰ মাজত সুখ শান্তি বিৰাজ কৰাটো। যি সুখ শান্তি প্ৰতিষ্ঠাৰ বাটত ৰাষ্ট্ৰসংঘই কৰা প্ৰচেষ্টা ব্যৰ্থ হৈ গৈছে, যি সুখ শান্তি লাভৰ উদ্দেশ্যেৰে কৰা যাঠি বছৰীয়া স্বাধীনতা যুঁজৰ ফল স্বাধীন ভাৰত, তাৰ

জনগণ লক্ষ্যৰ পৰা আঁতৰি গৈছে, তেওঁলোকৰ মাজত দুনীতিৰ পূৰা ৰাজত্ব, বস্তুৰ চৰাদাম দিনে দিনে বৃদ্ধি, ৰাস্তাঘাটত অৰ্দ্ধাহাৰে অনাহাৰে ক্ষুধাতুৰ, তৃষ্ণাতুৰ নৰ-নাৰীৰ হৃদয় বিদাৰক দৃশ্য। ভাৰত দৰিদ্ৰতাৰ পূৰ্ণ গ্ৰাসত পৰি আছে। এই গ্ৰাসৰ পৰা মুক্ত হবলৈ উপায় কি? দুনীতি নিবাৰণ আৰু কৃষিৰ উন্নতিকে প্ৰথমে ধৰিব লগীয়া।

দুৰ্নীতি নিবাৰণৰ বাবে শিক্ষনীয় কাৰ্য্যত নৈতিক শিক্ষাক অন্তৰ্ভুক্ত কৰিব পাৰি। আমাৰ বিদ্যালয় আৰু মহাবিদ্যালয়ৰ পাঠ্যক্ৰমৰ ভিতৰত সি স্থান পোৱা উচিত। আমাৰ শিক্ষক শিক্ষাৰ্থীসকলৰ ওপৰতে তাৰ দায়িত্ব দিয়া উচিত হব বুলি ভাবো।

দ্বিতীয়তে, উৎপাদন বৃদ্ধিৰ বাবে কৃষি। এই কাৰ্য্য অতীতৰ বস্তু, ইয়াক আমি কোনো কালে বাদ দিব নোৱাৰো, কিন্তু তাক যুগোপযোগী কৰিবলৈ পদ্ধতিৰ পৰিবৰ্তন লাগে। ভাৰতত আজি এই যুগোপযোগী পদ্ধতি প্ৰচলিত হোৱা নাই বুলি কব লাগিব, কাৰণ সেই কেকোৰা মুঠি আৰু হালোৱা গৰু অপৰিহাৰ্য্য হৈ আছে। যান্ত্ৰিক পদ্ধতি প্ৰচলিত নহলে পৃথিৱীৰ আন আন দেশৰ লগত উৎপাদনৰ কাৰ্য্যত ভাৰত কোনো দিনে সমকক্ষ হব নোৱাৰিব আৰু দেশৰ খাদ্যাভাৱ দূৰ নহব।

আমি যেনেকৈ কৃষিক বাদ দিব নোৱাৰো, যুগ ভেদে পদ্ধতিৰহে পৰিবৰ্তন বিচাৰিছো, তেনেকৈ আমি ধৰ্মক কোনো যুগত বাদ দিব নোৱাৰো। যুগ ভেদে ধৰ্মীয় ব্যৱস্থাৰ পৰিবৰ্তনহে লাগে। যেনেকৈ কৃষিত যান্ত্ৰিক পদ্ধতি প্ৰবৰ্তিত হলেও কিছুমান বিষয়ত অতীত প্ৰদ্ধতিৰো অভ্যাস সাঙোৰা থাকিব লাগিব তেনেকৈ ধৰ্মক সময়োপযোগী কৰিব লাগিলেও অতীতৰ মূল ধৰ্মও সাঙোৰা থাকিব লাগিব। গতিকে ধৰ্ম অকল অতীতৰ বস্তু নহয়, সকলো যুগতে ই অপৰিহাৰ্য্য আৰু সকলো কামতে ধৰ্মীয় ৰহন থাকিব লাগিব। সেয়েহে স্বৰ্গীয় ডাঃ ৰাধাকৃষ্ণনে কৈছে—'All our activities whether they relate to our society or the world should be permeated by the spirit religion."—আমাৰ সকলো কৰ্ম, আমাৰ সমাজৰ সম্পৰ্কতেই হওক বা জগতৰ সম্পৰ্কতেই হওক, ধৰ্মীয় ভাবেৰে অনুসিক্ত থকা উচিত। জ্ঞানভঁৰাল সুৰক্ষিত কৰা আৰু অক্ষুণ্ণ ৰখাৰ কাৰণেও আমি অতীতক বাদ দিব নোৱাৰো। ইফালে ধৰ্ম নিৰপেক্ষ দেশতো সামাজিক ক্ষেত্ৰত ধৰ্ম চৰ্চা কৰাত কোনো বাধা নাই আৰু বিভিন্ন ধৰ্মাৱলম্বী হলেও সকলোৱে নিজ নিজ ক্ষেত্ৰত নিজ ধৰ্ম ৰক্ষা কৰিব পাৰে।OO

OO বৰখালা ধীৰদত্ত উচ্চ ইংৰাজী বিদ্যালয়ৰ আলোচনী 'নিৰ্ম্মালী'ত প্ৰকাশিত।

# শিক্ষাৰ মৰ্ম

যেনি চাওঁ তেনি জগৎ তথাকথিত প্ৰগতিৰ পথত আগ বাঢ়িছে। বৰ বৰ ৰাস্তা-পথৰ নিৰ্মাণ, দ্ৰুতগামী যান-বাহনৰ চলাচল, চালে চকু ৰোৱা ৰমক্-জমক দোকান-পোহাৰ, হেঁচি ঠেলি যাব নোৱাৰা জনতাৰ ভিৰ, পঢ়াশালিলৈ যোৱা অগণন লৰা ছোৱালী, শিক্ষাদি অলেখ অনুষ্ঠান ইত্যাদি। অকল এই বিলাকেই প্ৰগতিৰ পৰিচয় দিয়েনে? কিছুমান লোকৰ মতে দিলেও সকলোৰে মতে হব নোৱাৰে। আমি ভাবি চাইছোঁনে—কচাই খানাত সমপ্ৰাণ জীৱবোৰৰ গাৰ মাংস টুকুৰা টুকুৰকৈ কাটি থুকুচি থুকচি কিছুমানে বিক্ৰী কৰিছে। আকৌ কিছুমানে তাৰে পেট পূৰাইছে। আমাৰ ভিতৰত এটা শ্ৰেণীয়ে সুবিধা পাই লাখ লাখ টকা শোষণ কৰি ভোগ বিলাস কৰিছে। আকৌ আনবোৰে কপালৰ ঘাম মাটিত পেলাই হাড়ভঙা পৰিশ্ৰম কৰিও দুবেলা দুমুঠি খাবলৈ পোৱা নাই। এতিয়াও দেশত চহা আৰু শিক্ষা সংস্কৃতিৰ ভু নোপোৱা আৰু নিবনুৱা শিক্ষিত ডেকা ভৰি আছে। ঠগ, প্ৰৱঞ্চনা, হিংসা, অসত্য, অন্যায়, অবিচাৰ ইত্যাদিৰে দেশত দুৰ্নীতিৰ ৰাজত্ব। এইবোৰৰ প্ৰতিকাৰৰ বাবে ব্যৱস্থা কি? মানুহক নৈতিকতা বা চাৰিত্ৰিক সততা লাগে বুলি কেইজনে ভাবিছে? জগতে যিমানেই উন্নতি নকৰক এই বিধৰ অভাৱত সকলো মিছা।

অসতক বিনাশ আৰু সতক ৰক্ষাৰ কাৰণে সময়ে সময়ে মহাপুৰুষ সকলৰ জন্ম হয়। যেনে শ্ৰীকৃষ্ণ, বুদ্ধ, মহাত্মা গান্ধী প্ৰভৃতি। শ্ৰীকৃষ্ণৰ সময়ত যদুকুলে ক্ষমতা আৰু ঐশ্বৰ্য্য-বিভূতিৰে চূড়ান্ত সীমা লাভ কৰিছিল কিন্তু চাৰিত্ৰিক ফালত তেনেই অসৎ আৰু মদগৰ্বী আছিল। শ্ৰীকৃষ্ণ থকা কালছোৱাত তেওঁৰ প্ৰভাবেই সিহঁতক সংযত কৰি ৰাখিছিল। কিন্তু যেতিয়া তেওঁৰ বৈকুণ্ঠপ্ৰয়াণৰ সময় হ'ল তেওঁ সিহঁতৰ বিষয়ে ভাবিব লগা হ'ল। তেওঁ বুজি পাইছিল যে তেওঁ যদি সিহঁতক এৰি যায় সিহঁতে তেওঁৰ অবিহনত জগৎ ছাৰখাৰ কৰিব। সেইদেখি তেওঁৰ প্ৰয়াণৰ আগতেই কৌশলক্ৰমে নিজ বংশ হলেও তেওঁ যদুকুল ধ্বংস কৰি থৈ গ'ল আৰু ভবিষ্যতৰ কাৰণে গীতা হেন ধৰ্ম-শাস্ত্ৰত তেওঁৰ বাণী সমূহ এৰি গ'ল।

বুদ্ধ আৰু মহাত্মা গান্ধীও তেওঁলোকৰ অবিহনে ভবিষ্যতে দেশৰ অমঙ্গল আছে বুলি জানি শ্ৰীকৃষ্ণৰ দৰে অসতক ধ্বংস কৰিবলৈ খোজা নাছিল যদিও ভবিষ্যতৰ কাৰণে তেওঁলোকৰ বহুমূলীয়া বাণীসমূহ এৰি গৈছে। কিন্তু তেওঁলোকৰ সেই বাণীসমূহ আজিৰ দিনত অৰণ্যত ৰোদন হৈছে। কোনোবাই দাঠি কব পাৰেনে যে চাৰিত্ৰিক সততাক বাদ দিও অকল কাৰিকৰী আৰু বৈজ্ঞানিক দৃষ্টি-ভঙ্গীৰেই মানুহ জাতি তেওঁলোকৰ লক্ষ্য স্থানত উপস্থিত হব পাৰিব। যদি কব নোৱাৰে আমি চাব লাগিব মানুহৰ চাৰিত্ৰিক সততা কেনেকৈ আহিব পাৰে। দেশত আজি এনেকুৱা অৱতাৰী পুৰুষ নাই যাৰ প্ৰভাৱে দেশবাসীক সকলো প্ৰকাৰে সংযত কৰি ৰাখিব পাৰে। তেনেহলে সেই কাম কোনে বা কিহে কৰিব পাৰে? সেই কাম কৰিব পাৰে উপযুক্ত শিক্ষা ব্যৱস্থাই। সেই ব্যৱস্থা আজি আমাৰ দেশত হোৱা নাই। তাক ৰচনা কৰিব লাগিব দেশৰ প্ৰকৃত শিক্ষাবিদ সকলে আৰু প্ৰবৰ্তন কৰিব ৰাজনৈতিক ক্ষমতাত অধিষ্ঠিত কৰ্তৃপক্ষই। গতিকে উভয় ফালৰ মিলা-প্ৰীতিৰ মাজেৰেহে সেইটো হব পাৰিব।

শিশুকালৰ পৰাই পঢ়া কালছোৱাতেই আমাৰ ছাত্ৰ-ছাত্ৰী সকলে নৈতিকতা আৰু সততাৰ শিক্ষা পোৱা উচিত। প্ৰাক্ প্ৰাথমিক অৱস্থাৰ পৰাই সিহঁতক খেলাধুলা, স্বাস্থ্যৰক্ষা আৰু নৈতিকতা এই তিনিওটা দিশত আৱশ্যকীয় শিক্ষা দিব পাৰি। জন্মৰ লগত শিশুসকলে নিভাঁজ চাৰিত্ৰিক বীজ লৈ আহে। বয়সৰ আৰু বয়সীয়া লোকৰ সম্পৰ্কত অহাৰ লগে লগে সিহঁতৰ চৰিত্ৰ ভেজাল হৈ আহিব ধৰে। ভেজাল হোৱাৰ আগতেই শিক্ষাৰে যথা সম্ভৱ প্ৰতিৰোধ জন্মাব পাৰিলে সিহঁতৰ চৰিত্ৰত তেতিয়াই সততাৰ বীজ অঙ্কুৰিত হব পাৰে। 'সত্যৰ সদায় জয়', 'অহিংসা পৰম ধৰ্ম', 'মিছা কথাৰ ঠেং চুটি', 'সত্যই ঈশ্বৰ' ইত্যাদি নীতিমূলক আৰু ধৰ্মীয় বচনবোৰ আছে। সেইবোৰ গাইবাই থাকিলে আৰু সততে আলোচনা হৈ থাকিলে বয়সৰ লগে লগে তাৰ তাৎপৰ্য্যবোৰ সিহঁতে বোধগম্য কৰিব পৰা হব আৰু তেতিয়াৰ পৰাই সিহঁতৰ মন নৈতিকতা আৰু ধৰ্মৰ ফালে ঢাল খাব। সিহঁতৰ বাবে নৈতিকতা আৰু ধৰ্মৰ ওপৰত এটি নিৰ্দ্ধাৰিত পাঠ্যক্ৰম যুগুত কৰি পৰীক্ষাৰে নিৰ্ণিত যোগ্যতাৰ ওপৰত বঁটাদিৰ ব্যৱস্থা থাকিলে সিহঁতে উৎসাহ পাব। ধৰ্ম নিৰপেক্ষ দেশত কোনো বিশেষ ধৰ্মক ধৰি নোলোৱাকৈ সকলো ধৰ্মৰ সাধাৰণ সাৰভাগৰ ওপৰত পাঠ্যক্ৰম যুগুত হ'ব পাৰে বুলি ভাবোঁ।



প্ৰাচীন কালত চৰিত্ৰ বলৰ ওপৰত যথেষ্ট গুৰুত্ব দিয়া হৈছিল। গৌতম মুনিৰ আশ্ৰমত শিষ্য সকলে বিদ্যা শিকিছিল। সেই কালত অকল দ্বিজাতীয় সকলৰহে বেদ শিক্ষা আৰু ব্ৰহ্মবিদ্যা লাভত অধিকাৰ আছিল। এদিন এজন অচিনাকী ল'ৰা বিদ্যালাভৰ উদ্দেশ্যে মুনিৰ ওচৰত শিষ্যত্ব গ্ৰহণ কৰিবলৈ উপস্থিত হ'লহি। সেই ল'ৰাজনৰ সেইটো সাহস দেখি আনবোৰ ল'ৰাই তাক অব্ৰাহ্মণ বুলি কৈ জিক্ জিকাই উঠিল। তেতিয়া মুনিয়ে তাৰ মীমাংসা কৰিব বুলি কৈ ল'ৰাবোৰক সংযত কৰি ৰাখিলে। ল'ৰাটিৰ মাতা জীৱিত বুলি জানিব পাৰি তেওঁৰ পিতা কোন আছিল সুধি আহিবলৈ কলে। ল'ৰাটি উভতি গৈ তেওঁৰ পিতা কোন আছিল জানিব নোৱাৰিলে। কেৱল মাকৰপৰা জানিব পাৰিলে যে, ৰজাৰ ঘৰত দাসী হৈ থাকোতে তেওঁৰ জন্ম হৈছিল। ল'ৰাটিও মুনিৰ ওচৰলৈ আহি তাকেই ক'লে আৰু নিজক জাৰজ বুলি কোৱাত অলপো দ্বিধাবোধ নকৰি সত্য কথা কৈ সৎ সাহসৰ পৰিচয় দিয়াত মুনি অতি সন্তুষ্ট হ'ল। তেতিয়া তেওঁ কৈ উঠিল—

'নহ তুমি অব্ৰাহ্মণ তাত'
তুমি দ্বিজোত্তম্ সত্য কুল জাত।' (কবি ৰবীন্দ্ৰনাথ)

মুনিয়ে ল'ৰাটিক আশ্ৰমত আন শিষ্যসকলৰ লগত সমানাধিকাৰ দি সকলো প্ৰকাৰে সুশিক্ষা দান কৰি উপযুক্ত কৰি তুলিলে। এৱেঁই পিচত সত্যকাম মুনি নামে জনাজাত হ'ল। এওঁৰ আচৰিত শক্তি আৰু বিদ্যাৰ পৰিচয় পিচত ভালদৰে হৈছিল।

আজিৰ যুগত যদি আমি পাশ্চাত্যৰ ফালে চকু দিওঁ তেনেহলে পোৱা যাব যে আমাৰ দেশৰ ল'ৰা-ছোৱালীবোৰে তাৰ ল'ৰা-ছোৱালীবোৰৰ পৰা শিকিব লগা বহুত আছে। তেওঁলোকৰ সৎসাহস আৰু সততাৰ মানদণ্ড কিছুমান বিষয়ত আমাৰ ল'ৰা-ছোৱালীৰ মানদণ্ডৰ ওপৰত। কেইটামান দিশ বাদ দি আত্ম-নিৰ্ভৰশীলতা, আত্ম-সন্মানবোধ, কৰ্ম তৎপৰতা, স্বধৰ্ম-নিষ্ঠা, দেশাত্মবোধ, শিষ্টাচাৰ, ভদ্ৰতা আদি বিষয়ত আমাৰ ল'ৰা-ছোৱালীতকৈ উন্নত বুলি কব লাগিব। আন দোষ থাকিলেও এইবিলাক গুণে তেওঁলোকক প্ৰগতিৰ পথত সহায় কৰিছে।

আজি আমাৰ ইয়াত অভাৰতীয় দৃষ্টিভঙ্গী লোৱাৰ ফলত কিছুমান বিষয়ত সত্যৰ পৰা আঁতৰি গৈছোঁ। আমাৰ দেশ অতি দুখীয়া আৰু

অৰ্থনৈতিক সমস্যা আমাৰ প্ৰধান সমস্যা, সঁচা। কিন্তু আমি অৰ্থোপাৰ্জনৰ ক্ষেত্ৰত প্ৰায় এনেকুৱা দৃষ্টিভঙ্গী লৈছো যে তাত সৎ-অসৎ, ন্যায়-অন্যায় বিচাৰ প্ৰায় নাহে। এনেকুৱাকৈ ব্যক্তিগত হিচাবে কোনো কোনোৱে বহুত ধনোপাৰ্জন কৰিব পাৰে কিন্তু সামগ্ৰিক হিচাবে নাইবা ব্যক্তিগত হিচাবেও পৰিণাম শুভ নহয়। বেমাৰ হলে আৰোগ্যৰ উপায় আছে। সেইবুলি সোপাসোপ ঔষধ খোৱাটোই অকল বেমাৰ আৰোগ্য কৰিব নোৱাৰে। তাৰ লগত খোৱাবিধি, পথ্যাপথ্য-বিচাৰ আৰু সংযম ৰক্ষাৰ নিয়মো মানিব লাগিব। আৰ্থিক অৱস্থা টনকিয়াল কৰাৰ উদ্দেশ্যে ধন-ঘটা আৰু ভোগ-বিলাসৰ লগতো সমকালীন নৈতিকতা আৰু ধৰ্মনিষ্ঠাৰ সংমিশ্ৰণেৰে আন এটি আভ্যন্তৰীণ উদ্দেশ্য সাধনৰ মানসো থাকিব লাগিব। তেতিয়াহে মানৱীয় কৰ্তব্যৰ পথত আগবঢ়াটো হয়। ইয়াৰ আদৰ্শ আমাৰ শিক্ষাৰ আদৰ্শৰ লগত মিহলি থকাটো বাঞ্চনীয়।

আমাৰ দেশৰ মনীষীসকলে শিক্ষাৰ অৰ্থ কি তাক ভাল দৰে দাঙি ধৰিছে। স্বামী বিবেকানন্দ, কবি ৰবীন্দ্ৰনাথ, মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, ৰাধাকৃষ্ণণ প্ৰভৃতি বৰেণ্য লোকসকলে শিক্ষাৰ বিষয়ে যি অভিমত দাঙি ধৰিছে তাত তেওঁলোক প্ৰায় একমত। মহাত্মা গান্ধীয়ে কয়—
Literary education is not the only education, the education should have concern with body and soul.—
—অকল লিখা-পঢ়া শিক্ষাই শিক্ষা নহয়, শৰীৰ আৰু আত্মা উভয়ৰ লগত শিক্ষাৰ সম্পৰ্ক থাকিব লাগিব। ইয়াৰ অৰ্থ এই যে শৰীৰৰ লগত সম্পৰ্ক মানে কায়িক পৰিশ্ৰম আৰু আত্মাৰ লগত সম্পৰ্ক থকা মানে আধ্যাত্মিক সম্পৰ্ক। তেনেকুৱা শিক্ষা হৈছে মহাত্মা কল্পিত বুনিয়াদী শিক্ষা যাৰ সম্যক প্ৰবৰ্তন আজিও হোৱা নাই। অতীতৰ পৰা চলি অহা বচন এটি আমাৰ আছে—'ছাত্ৰানাং অধ্যয়নং তপঃ'। এই বচনটিৰ অৰ্থ আমি সাধাৰণতে যি বুজোঁ তাৰ বাহিৰেও অতিৰিক্ত অৰ্থ আছে যিটো অৰ্থ মহাত্মা গান্ধীয়ে কৰা অৰ্থৰ ভিতৰত পৰে। 'তপ' শব্দ ক'ৰ পৰা আহিল। শৰীৰং তপয়তি ইতি তপঃ। তপৰ পৰা তাপ। তাপ উঠে কেতিয়া? শৰীৰৰ সঞ্চালন হলে। শৰীৰৰ সঞ্চালন হয় শাৰীৰিক পৰিশ্ৰম কৰিলে। প্ৰাচীন কালত ঋষি-মুণি সকলে যি তপস্যা কৰিছিল তাত শাৰীৰিক আৰু মানসিক পৰিশ্ৰম উভয় বিধ আছিল। তপস্যাৰ লগত শিক্ষাৰ তুলনা সেইদৰেহে ভালকৈ হয়।



পাশ্চাত্য দেশবোৰে আজি যথেষ্ট উন্নতি কৰিছে, সঁচা। তেওঁলোকৰ আদৰ্শ আমি লব লাগে সঁচা কিন্তু সকলো বিষয়তে নহয়। তাত প্ৰকৃত শান্তি স্থাপন হৈছেনে? যুঁজ-বাগৰ, বিদ্ৰোহ, বিপ্লবাদিৰ বীজ তাত ধ্বংস হৈছেনে? আমেৰিকাৰ স্বাধীনতা যুঁজ, ফৰাচী বিপ্লৱ, কৃষক বিদ্ৰোহ, ১ম মহাযুদ্ধ, ২য় মহাযুদ্ধ, ভিয়েটনামৰ যুদ্ধ আদি আজিও পাশ্চাত্যত হে, সেইবিলাকৰ উৎপত্তি প্ৰাচ্যত নহয়।

আজিৰ পদ্ধতিত ছাত্ৰই নপঢ়ি নুগুনি, নকল কৰি উত্তীৰ্ণ হৈ যিখন প্ৰমাণ পত্ৰ পাব সেইখন প্ৰকৃত যোগ্যতাৰ প্ৰমাণ পত্ৰ হব নে? সেইখন পত্ৰৰ বলেৰে যোগাৰ কৰা চাকৰিটো প্ৰকৃত দেশ সেৱাৰ ভাৰত হব নে? সেইখন প্ৰমাণ পত্ৰই মানৱীয় শক্তিৰ বিকাশেৰে উপজীব্যৰ বাবে কৰা যোগ্যতা অৰ্জনৰ পৰিচয় দিবনে? আমাৰ যে শিক্ষানীতি ব্যৰ্থ হৈছে তাৰহে পৰিচয় দিব।

বিজ্ঞানৰ যিটো কল্যাণমূলক ফাল আমিও তাৰ আশ্ৰয় লব লাগিব। এই পৰ্য্যন্ত আমি প্ৰগতিৰ পথত যিখিনি আগ বাঢ়িছোঁ সি অলপ হে। আমাৰ শিক্ষিত নিবনুৱাৰ বাবে সম্ভাব্য ক্ষেত্ৰবোৰ ওলোৱা নাই। আজিও আমাৰ কৃষি-কাৰ্য্য প্ৰাচীন পদ্ধতিৰে চলি আছে। শিক্ষিতৰ কাৰণে আকৰ্ষণ নাই। যান্ত্ৰিক পদ্ধতিত তাকৰ পৰিশ্ৰমেৰে সৰহ উৎপাদন কৰিব পাৰি। তেতিয়া আমাৰ কৃষক সকলে আহৰি পালেহেঁতেন আৰু শিক্ষা সংস্কৃতিত যোগদান কৰিব পাৰিলেহেঁতেন। এই কৃষি শিক্ষা পাশ্চাত্যত কাৰ্য্যকৰী হৈছে আমাৰ হোৱা নাই। সেইদৰে শিল্প-বাণিজ্যৰ ক্ষেত্ৰবো আমাৰ দেশত অভাৱ আছে। কল্যাণমূলক হলেও নীতি আৰু সততাৰ ভেঁটিত পৰিবেশিত নহলে বৈজ্ঞানিক সভ্যতাই কল্যাণ নকৰে।

পাশ্চাত্যৰ শিক্ষা পদ্ধতিও অবিসম্বাদী নহয় আৰু এটা সুস্থিৰ মানদণ্ডও পোৱা নাই। সিও সমালোচকৰ তিতা কেহা সমালোচনাৰ পৰা মুক্ত হব পৰা নাই। পাশ্চাত্যৰ সামাজিক বোধ আৰু চেতনা বহু বিষয়ত আমাৰ পৰা পৃথক। তেওঁলোকে তেওঁলোকৰ নিজস্বতা এৰি নিদিয়ে, আমি কিয় দিম? বহুত কথা আছে আমি তাক পাশ্চাত্যৰ পৰা লব নোৱাৰোঁ কিন্তু ভালখিনি লব লাগিব। সেইদৰে আমাৰো যিখিনি কুসংস্কাৰ আৰু অন্ধবিশ্বাস তাক এৰিব লাগিব কিন্তু সত্যৰ পৰা আঁতৰিব নোৱাৰিম। এইদৰে আমাক লাগিব এটি মিশ্ৰিত আদৰ্শ আৰু শিক্ষাৰ ক্ষেত্ৰতো সেই আদৰ্শ প্ৰযোজ্য ।০০০

০০০ ডিচপুৰৰ পৰা সম্পাদিত 'পল্লৱ' নামৰ তিনিমহীয়া আলোচনী এখনত প্ৰকাশিত।

# ভাৰতত নাৰীৰ স্থান

(অতীতৰ পৰা বৰ্তমানলৈ চমু বিৱৰণ)

সময়ৰ সোঁতত লুটি খাই অহা মানৱ-সমাজখন পৰিবৰ্তনশীল। যুগৰ পিচত যুগ আহিছে। যুগ-বিবৰ্তনৰ লগে লগে সমাজ বিধিও ৰূপ সলাই আহি আছে। নাৰী আৰু পুৰুষ উভয় শ্ৰেণীকে লৈ সমাজৰ পূৰ্ণতা হৈছে। বৃহৎ মানৱ সমাজৰ অৰ্দ্ধাঙ্গ স্বৰূপ নাৰী সমাজো যে পৰিবৰ্তনশীল তাক নকলেও হব। যুগ পৰিবৰ্তনৰ লগত সময়ে সময়ে একোটা যুগৰ দাবী উপস্থিত হয়। এই যুগৰ দাবী আগৰ কালতো আছিল।

বৈদিক যুগটোকে যদি আমাৰ সমাজৰ আৰম্ভণি যুগ বুলি ধৰোঁ, তেনেহলে আৰম্ভণিতে যুগৰ দাবী অনুসাৰে ঋষি-মুনি সকলৰ লগত ফেৰ মাৰিব পৰা অনেক বিদুষী নাৰী আছিল। যাগ-যজ্ঞ আৰু বেদ-চৰ্চাত পুৰুষৰ সমানে তেওঁলোকৰ অধিকাৰ আছিল। তেওঁলোকৰ কিছুমানৰ উপনয়নাদি সংস্কাৰ-কৰ্মও হৈছিল। ঋগ্বেদৰ উল্লিখিত—ৰোমশা, লোপা-মুদ্ৰা, উৰ্ব্বশী, কদ্রু, বিশ্ববৰা, ঘোষা, পৌলোমী, যমী, ইন্দ্ৰাণী, সাবিত্ৰী, দেৱযানী আৰু সামবেদৰ উল্লিখিত নোধ, অকৃষ্টভঙ্গ আৰু সংগাপয়ন, এই শ্ৰেণীৰ নাৰী। পৰবৰ্তী উপনিষদ যুগতো (খৃঃ পূঃ ৮০০-৫০০) এনে-কুৱা নাৰী সকল আছিল, যিসকলে দাৰ্শনিক আলোচনাত যোগ দিছিল। যেনে, গাৰ্গী, আত্ৰেয়ী, উদ্দালক, আৰুণি, অশ্বান, আৰ্তভাগ আৰু বিদাঘ সাকল্য। অকল এয়ে নহয়, সেই যুগত নাৰীয়ে সঙ্গীতাদি কিছুমান বিষয় বিশেষ ভাবে চৰ্চা কৰি বিশেষ যোগ্যতা দেখুৱাইছিল। তেওঁলোকৰ ভিতৰত অধ্যাপিকা, উপাধ্যায়া, আচাৰ্য্যা উপাধিধাৰিণীও আছিল।

উপনিষদৰ পৰবৰ্তী সূত্ৰযুগত (খৃঃ পূঃ ৫০০-২০০) পত্নীয়ে স্বামীৰ সৈতে বৈদিক কৰ্মত একেলগে মন্ত্ৰোচ্চাৰণ কৰাৰ প্ৰমাণো আছে। কিন্তু গৃহ্য-সূত্ৰৰ যুগৰ পৰা নাৰীৰ স্থান লৰচৰ হবলৈ ধৰিলে। কাৰণ যুগৰ নতুন দাবী উপস্থিত হল। ভাৰতীয় মানৱ সমাজে ৰূপ সলাবলৈ বাধ্য হল। নতুন শাস্ত্ৰ ৰচিত হবলৈ ধৰিলে। এইবিলাক শাস্ত্ৰ ৰচনাৰো



উহ বেদতে। জাতি-বৈষম্য, বৰ্ণাশ্ৰম ধৰ্ম আৰু নাৰী ধৰ্মৰো সূচনা বেদতে। এই বিলাকে স্পষ্ট ৰূপ পাবলৈ ধৰিলে এই যুগৰ পৰা। বৈদিক যুগত সামাজিক ব্যৱস্থাবিলাক স্বতঃ-স্ফুৰিত আৰু স্বয়ংক্ৰিয় আছিল। প্ৰকাৰান্তৰে সি অনিয়ন্ত্ৰিত অৱস্থাত আছিল। এই যুগৰ পৰাহে সি নিয়ন্ত্ৰিত হৈ শাস্ত্ৰীয় ৰূপ ললে। তাকেই এজন লিখকে কৈছে— 'The Regveda lays down the form, the ideal and the tradition which were followed as law in latter times.' অৰ্থাৎ ঋগ্বেদে এটা উদং আকৃতি, আদৰ্শ আৰু জনশ্ৰুতিহে ৰাখি আছিল। সেয়ে পিচত শাস্ত্ৰীয় আইন হল। এই বিলাকেই স্মৃতি। এই যুগতে স্মৃতি শাস্ত্ৰৰ প্ৰাধান্য বাঢ়িল। এই স্মৃতি শাস্ত্ৰতো স্ত্ৰীৰ শিক্ষা ক্ষেত্ৰত অধিকাৰ লোপ হোৱা নাই। তাৰ প্ৰমাণ—'নোদ্বাহয়েৎ পিতা বালামজ্ঞাতধৰ্ম্মশাসনম্'—এই বচনফাঁকি স্মৃত্যুক্ত। ইয়াৰ অৰ্থ, পিতাই ধৰ্ম-শাস্ত্ৰৰ জ্ঞান নোহোৱা ছোৱা-লীক বিয়া নিদিব। এইটোৱে বুজায় যে বিবাহৰ আগতে ছোৱালীয়ে শিক্ষিতা হৈ শাস্ত্ৰীয় জ্ঞান লাভ কৰিব। সদৌ শেষত মনুয়ে বেদৰ তাৎ-পৰ্য্যানুসাৰে নানা ধৰ্ম ব্যৱস্থাৰ জৰিয়তে সমাজক শৃঙ্খলিত কৰিলে।

এইখিনিতে প্ৰশ্ন উঠে, এই যুগত সমাজক কিয় ধৰ্ম ব্যৱস্থাৰ লোহ শিকলিৰে কট্‌কটীয়াকৈ বান্ধিব লগা হল। তাৰ উত্তৰ এয়ে, যে সমাজ সদায় উদং অৱস্থাত থকাৰ ফলত চুৰি, ডকাইতি, জুৱাখেল, মদ্যপান, নানা ব্যভিচাৰ আৰু দুৰ্নীতিয়ে তাক ছাটি পেলালে। দিনক দিনে সমাজ অধোমুখী হবলৈ ধৰিলে। গতিকে, পূৰ্বৰ সমাজৰ ই এটা সংস্কাৰ। পিচত ক্ৰমে ক্ৰমে যুগধৰ্মী হেঁচা ইমান পৰিল, যে জাতি-ভেদ প্ৰথাই কঠোৰ ৰূপ লবলৈ বাধ্য হল। জাতিৰ ভিতৰত পৰস্পৰ বৰ্জনশীলতাৰ বোধ বাঢ়ি বাঢ়ি মজ্জাগত হৈ পৰিল। এই বোধ কালক্ৰমে জাতীয় ঐক্যৰ পৰিপন্থী হল। কিন্তু সেই যুগত মানুহৰ মনত জাতীয় ঐক্যৰ বোধ উৎপত্তি হোৱা নাছিল আৰু হোৱাৰ কাৰণো নাছিল। তেওঁলোকে সকলো ক্ষেত্ৰতে সকলো কাম ধৰ্মীয় দৃষ্টিভঙ্গীৰ ফালৰ পৰাহে চাইছিল। যি বৰ্জনশীলতাবোধক আজিৰ মানুহে অনাদৰ কৰে তেতিয়া তেওঁলোকে তাৰ অনুশীলন কৰিছিল। তেতিয়া তেওঁলোকে তাৰ আৱশ্যকতা বোধ কৰিছিল।

শাস্ত্ৰকাৰসকল বৰ সূক্ষ্ম-দৰ্শী আৰু তত্বান্বেষী আছিল। তেওঁলোকে বৰ্ণাশ্ৰম ধৰ্ম সূক্ষ্ম নিয়মেৰে বিধিবদ্ধ কৰিছিল। গৃহ্যসূত্ৰই প্ৰত্যেক জাতিৰে দৈনন্দিন কাৰ্য্য, সংস্কাৰ কৰ্ম, অন্ত্যেষ্টিক্ৰিয়া ইত্যাদি যাৱতীয় কৰ্মবোৰ সূক্ষ্মাদপি সূক্ষ্ম নিয়মেৰে বিধিবদ্ধ কৰিছিল। সেই যুগত সেইবোৰ তেনে-

ভাবে পালনোপযোগীও হৈছিল। কিন্তু বালিকাৰ ক্ষেত্ৰত বিবাহৰ বাহিৰে অন্য কোনো সংস্কাৰ-কৰ্মত সিবিলাকক স্থান নিদিলে। তেওঁলোকৰ বোধেৰে শক্তি-সামৰ্থ্য বিচাৰ কৰি নাৰী আৰু পুৰুষক সম-পৰ্য্যায়ত নাৰাখিলে। কিছুমান বিষয়ত উভয়ৰ ভিতৰত ভেদ কল্পনা কৰিলে। এই ভেদ স্থূল দৃষ্টিত হে।

মানুহৰ জীৱনৰ কৰ্তব্য, ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ, এই চতুৰ্বৰ্গৰ সাধন। এই চতুৰ্বৰ্গৰ সাধন কৰিবলৈ উপযুক্ত ক্ষেত্ৰ গৃহাশ্ৰম। গৃহাশ্ৰম নাথাকিলে সৃষ্টি ৰক্ষা নহয়। গৃহৰ মূল, গৃহিণী সকল। তেওঁলোকৰ ওপৰত ঈশ্বৰ-প্ৰদত্ত মাতৃত্বৰ বোজা আছে। শাস্ত্ৰকাৰসকলে নাৰী জাতিৰ সম্পৰ্কত যিবিলাক বিশেষ বিধি ৰচনা কৰিলে, এই মাতৃত্বৰ ফালে লক্ষ্য ৰাখিহে কৰিলে। মাতৃত্বৰ বোজা অতি গুৰুতৰ। এই গুৰু বোজাৰ পৰিবৰ্তে তেওঁলোকে অন্য এটি গুৰু বোজাৰ পৰা অব্যাহতি পাব লাগিব। সেইটি হৈছে অৰ্থোপাৰ্জনৰ বোজা।

আদি যুগৰ পৰাই পুৰুষে নাৰীৰ মৰ্য্যাদা উচ্চ স্তৰত ৰাখিছে। তাৰ প্ৰমাণ--

'প্ৰজনাৰ্থং মহাভাগাঃ পূজাৰ্হা গৃহদীপ্তয়ঃ।
স্ত্ৰিয়ঃ শ্ৰিয়শ্চ গেহেষু ন বিশেষোহস্তি কশ্চন্ ॥

[মনু ৯ অঃ ২৬ শ্লোঃ]

মহাভাৰতত উক্ত হৈছে 'গৃহিণী গৃহমুচ্যতে।'
Prof. A. Macdonell য়ে কৈছে— 'She was the mistress of the house.' ৰাতিপুৱা বিচনাৰ পৰা উঠি পঞ্চকন্যাক সোঁৱৰণ কৰোঁ, যেনে,--

'অহল্যা, দ্ৰৌপদী, কুন্তী, তাৰা, মন্দোদৰী তথা।
পঞ্চকন্যাঃ স্মৰেন্নিত্যং মহাপাতকনাশনং ॥

হিন্দু-বিবাহৰ আদৰ্শ অতি উচ্চ। বিবাহ মন্ত্ৰতেই নাৰী ধৰ্মৰ অৰ্থ নিহিত আছে। প্ৰত্যেক বিবাহিতা নাৰীৰ স্থান তেওঁৰ বৈবাহিক দিনৰ পৰা চিৰজীৱনৰ কাৰণে নিৰূপিত হয়। মন্ত্ৰোচ্চাৰণেৰে বিবাহ বন্ধনত স্বামী-স্ত্ৰী মিলিত হৈ এটা বস্তুত পৰিণত হয়। বিবাহ-সংঘটনৰ লগে লগে উভয়ৰ ভিতৰত দ্বিত্ব নাথাকে, একত্ব আহি পৰে। সেয়েহে পত্নীক অৰ্দ্ধাঙ্গিনী বোলা হয়। মন্ত্ৰযথা--ওঁ প্ৰাণৈস্তে প্ৰাণান্ সন্দধাম্যস্থিভিৰস্থীনি মাংসৈমাংসানি ত্বচা ত্বচম্'--অৰ্থাৎ হে কন্যে, এই অন্ন-প্ৰাশনৰ দ্বাৰা



তোমাৰ প্ৰাণ, অস্থি, মাংস আৰু চৰ্মেৰে সৈতে মোৰ প্ৰাণ, অস্থি মাংস আৰু চৰ্মক সংযোগ কৰিলোঁ। হিন্দু দম্পতীয়ে আজীৱন এই মন্ত্ৰৰ তাৎপৰ্য্যানুসাৰে চলিবলৈ বাধ্য। ই কেনে ভাল কথা। কোনেও কাকো জীৱনত এৰিব নোৱাৰে। মন্ত্ৰত স্পষ্ট উল্লেখ আছে, ওঁ ধৰ্মে চাৰ্থেচ কামে চ নাপচৰিতব্যা প্ৰজাপতি দৈৱতা অমুকীত্যভিধানা কন্যকা মাময়ম'--অৰ্থাৎ ধৰ্ম, অৰ্থ আৰু কাম সাধনত অমুকনামা এই মোৰ পত্নীক কেতিয়াও মই নেৰোঁ--এই বুলি বৰে প্ৰতিজ্ঞা কৰিব। এনেকুৱা বৈবাহিক মিলন লৌহ-খণ্ডবৎ সুকঠিন আৰু ভাঙনবিহীন। কিন্তু পাশ্চাত্য দেশীয় বিবাহ মৃৎখণ্ডবৎ শিথিল আৰু ভাঙনশীল। একত্ব বোধেৰে স্ত্ৰীৰ সকলো বিষয়ত স্বামীৰ সৈতে সমানাধিকাৰ বুজায়। এনে স্থলত, স্বামী স্ত্ৰীৰ ভিতৰত স্বাধীন পৰাধীন বুলি কোনো প্ৰশ্নই উঠিব নোৱাৰে। দুটা বেলেগ বস্তু হলেহে তুলনা আহে, এটাৰ ক্ষেত্ৰত তুলনা নাই।

স্মৃতি যুগৰ পৰা পুৰুষ আৰু নাৰীৰ ভিতৰত সামাজিক ব্যৱধান কিছু বৃদ্ধি হল। যাগ যজ্ঞাদিত তেওঁলোকৰ স্থান নোহোৱা হল। মন্বাদি শাস্ত্ৰত স্ত্ৰীৰ স্বাতন্ত্ৰ্য নাই বুলি কোৱা হল। কিন্তু এই উক্তি স্ত্ৰীৰ যৌন-মৰ্য্যাদা ৰক্ষাৰ দৃষ্টি-ভঙ্গীত কোৱা বুলিহে অনুমান কৰিব পাৰি। কিন্তু অন্যান্য ক্ষেত্ৰত তেওঁলোকৰ স্বাধীনতা সদায় অব্যাহত থকাটো বুৰঞ্জীয়ে প্ৰমাণিত কৰে। মধ্যযুগত ৰমাবাই, লক্ষ্মীবাই, তাৰাবাই, চাঁদবিবি, গঙ্গাদেৱী, মনোৰমা আৰু বৰ্তমান যুগত সৰোজনী নাইডু, বিজয় লক্ষ্মী পণ্ডিত, কস্তুৰীবাই, ৰাজকুমাৰী অমৃত কাউৰ, লক্ষ্মী মেনন আৰু ইন্দিৰা গান্ধী প্ৰভৃতি খ্যাতনামা নাৰীসকলৰ জীৱনীয়ে তাৰ জ্বলন্ত উদাহৰণ।

সময়ৰ লগে লগে দেশৰ ৰাজনৈতিক পটভূমিও বদলি থাকে। মধ্য-যুগ আৰু বৰ্তমান যুগৰ পৰিস্থিতিয়ে ভাৰতীয় নাৰী সমাজক প্ৰভাবান্বিত কৰিলে। এই দুই যুগক নাৰী সমাজৰ পক্ষে ঘোৰ অন্ধকাৰ যুগ বুলিব পাৰি। মুচলিম শাসক বৰ্গৰ নাৰী-লোলুপ দৃষ্টি আৰু সেই যুগৰ পৰ্দা প্ৰথাই নাৰী সমাজৰ প্ৰগতি পথ ৰুদ্ধ কৰিলে। তেওঁলোক গৃহৰ গৃহিণী হিচাবে গৃহৰ চাৰি বেৰৰ ভিতৰতে দিন নিয়াবলৈ ধৰিলে। তেওঁলোকৰ চিন্তাধাৰাই বাহিৰৰ মুকলি বা-বতাহ পাবলৈ এৰিলে। তেওঁলোকৰ পূৰ্ব-যুগৰ শিক্ষা সংস্কৃতি চৰ্চাবিহীন অৱস্থাত ৰ'দৰ কিৰণ নোপোৱা গছ-পুলিটিৰ দৰে তললৈ বহি যাব ধৰিলে। হিন্দু-বিদ্বেষী উৎপীড়ক মুচলিম শাসকৰ প্ৰবল জোঁকাৰণিত মাজে মাজে হিন্দু সমাজ থৰবৰক কৰিব ধৰিলে।

এনে অৱস্থাত হিন্দুসকলে নাৰী সমাজৰ প্ৰতি মনোযোগ দিয়া দূৰৈৰ কথা, হিন্দু ধৰ্মৰ অস্তিত্ব ৰক্ষা কৰাই তেওঁলোকৰ পক্ষে টান হল।

মুচলিম যুগৰ অৱসান হল। বৃটিচ যুগৰ পাতনি মেল খালে। সমাজৰ অৱস্থা বেয়াৰ পৰা বেয়াৰ ফালে যাবলৈ ধৰিলে। দুশ বছৰীয়া পৰাধীনতাৰ ফলত নাৰীসমাজ ঘোৰ অমানিশাৰ নিদ্ৰা-জালত পৰি থাকিল। তেওঁলোক পাহৰণিৰ গৰ্ভত হেৰাই গল। দেশৰ উন্নয়ন উপায়ৰ কৃণকঠীয়া মাৰি শাসকবৰ্গই তেওঁলোকৰ শোষণ কাৰ্য্য প্ৰতিষ্ঠা কৰিলে। দেশত পাশ্চাত্য সভ্যতাৰ আমদানি হল। ভাৰতবাসীয়ে নতুন সভ্যতাৰ জিলিঙনিত পহিলাতে গা-মূৰ টঙাই দিলে। যি সকল নব্য শিক্ষিতে নব্য চাকৰি লাভ কৰিলে তেওঁলোকে নিজা সমাজ আৰু নিজা শিক্ষা সংস্কৃতিক জলাঞ্জলি দি গাইগুটীয়া সুখত নিমগন হল। গোলামী শিক্ষাৰ প্ৰভাৱে দেশবাসীৰ মনৰ পৰা দেশাত্মিকা বোধ আৰু জাতি-ভাইৰ কথা আঁতৰাই পেলালে। এনেকুৱা প্ৰতিকূল অৱস্থাত আমাৰ নাৰী-সমাজ পেপুৱা লাগি থাকিবলৈ বাধ্য হল।

ভাৰতৰ ভাগ্য-চকৰী ঘূৰিল। ভাৰতবাসীৰ জাগৰণ আহিল। ৰাজনৈতিক জাগৰণে উগ্ৰমূৰ্তি ধাৰণ কৰিলে। স্বাধীনতাৰ যুঁজে দেশত এক উত্তপ্ত বাতাবৰণৰ সৃষ্টি কৰিলে। পুৰুষৰ লগত নাৰীসকলো এই যুঁজত জপিয়াই পৰিল। তাত তেওঁলোকে সক্ৰিয় অংশ গ্ৰহণ কৰিলে। এই যুঁজত তেওঁলোকৰ বৰঙণি কম নহয়। নাৰী-হৃদয়ৰ দীৰ্ঘ দিনীয়া লুপ্ত চৈতন্যৰ অভাৱনীয় পূৰ্ণজাগৰণে ভাৰতক নতুন প্ৰগতিৰ পথত উদ্বুদ্ধ কৰিলে। ই সুখৰ কথা। স্বাধীনতা লাভ হল। লগে লগে তেওঁলোকৰ ফালৰ পৰা যুগৰ দাবী উপস্থিত হল। স্বাধীন চৰকাৰে তেওঁলোকৰ দাবী সমূহক সহানুভূতিৰ চকুৰে চাই মানি ললে। তাৰ ফলত Hindu succession Act, Hindu Code Bill ইত্যাদি নতুন আইন প্ৰণয়ন হল। বৰ্তমান যুগৰ উপযোগী বুলি এইবোৰ আইনক ধৰা হৈছে। কিমান দূৰ উপযোগী হৈছে এতিয়াও বুজিব পৰা হোৱা নাই। এইবোৰ আইন যেতিয়া সম্পূৰ্ণ কাৰ্য্যকৰী হৈ উঠিব, তেতিয়া যাতে আমাৰ শাসন, ধৰ্ম আৰু সমাজৰ ভিতৰত কোনো আউল নালাগে সেইটো এতিয়াৰ পৰা চাবলগীয়া কথা! ভাৰতীয় আদৰ্শৰ উচ্চতা, ভাৰতীয় সংস্কৃতিৰ মৰ্য্যাদা আৰু ভাৰতীয় সমাজৰ শৃংখলা সদায় ৰক্ষা হোৱাটো বাঞ্চনীয়। ০০০

০০০ ধীৰদত্ত উচ্চ ইংৰাজী বিদ্যালয়ৰ ১৯৬৪ চনৰ বছৰেকীয়া 'নিৰ্ম্মালি'ত প্ৰকাশিত। ০০০

# প্ৰাচীন ভাৰতত
# স্ত্ৰী-শিক্ষা ইতিহাস নে কিম্বদন্তি

[সাপ্তাহিক বাতৰি কাকত 'নীলাচল'ৰ ১৯৭৬ চনৰ ১০ নৱেম্বৰৰ সংখ্যাত প্ৰকাশিত এই শিতানৰ এটি প্ৰবন্ধৰ উত্তৰ হিচাবে উক্ত বাতৰি কাকতৰ সেই বছৰৰ ১৫ ডিচেম্বৰৰ সংখ্যাতে এই লেখকে লেখা আৰু প্ৰকাশিত প্ৰবন্ধ এটিৰ সংক্ষিপ্ত আৰু সম্পাদিত ৰূপ]

এই শিতানৰ প্ৰবন্ধ লেখকে প্ৰাচীন ভাৰতীয় নাৰী সমাজত অযথা কলঙ্ক আনিছে। সেই যুগৰ উচ্চ শিক্ষাপ্ৰাপ্তা বিদুষী নাৰীসকলৰ বিদ্যাবত্তাক তেওঁ স্বীকাৰ নকৰে। তেওঁ কয়, গাৰ্গীয়ে কোনো গ্ৰন্থ ৰচনা কৰা নাই, নাইবা তেওঁ কোনো বিশ্ববিদ্যালয়ৰ অধ্যাপিকা নাছিল, গতিকে তেওঁ বিদুষী নাৰী হব নোৱাৰে। কিন্তু ভাবি চাব লাগিব, আজিৰ যুগৰ ধাৰণাৰে প্ৰাচীন যুগৰ সকলো কথাৰ মূল্যায়ন কৰিব নোৱাৰি। আজিৰ যুগত মানুহে গ্ৰন্থ ৰচনা কৰে অধিকাংশে ধনোপাৰ্জনৰ আশাত; কিন্তু সেই যুগৰ মানুহৰ ধন-লিপ্সা আজিৰ দৰে নাছিল আৰু বিদ্যা শিকিছিল বিদ্যাৰ কাৰণেই; গুৰুত্ব দিছিল বিদ্যা-লাভৰ ওপৰতহে। যি সকল ঋষিৰ সমাজ-কল্যাণমুখী মনোভাব আছিল সেই সকলেহে গ্ৰন্থ ৰচনা কৰিছিল। আকৌ আজিৰ দিনত মানুহে অধ্যাপক নাইবা আন আন চাকৰি কৰে সম্পূৰ্ণ ধনৰ আশাত। আগৰ দিনত চাকৰি বেছি নাছিল। চাকৰি নকৰিলেও বিদ্বানসকলৰ জীৱিকা সহজে ওলাইছিল। এনেকুৱা বহুত লোক আছিল আৰু আছে যি সকলে কোনো গ্ৰন্থ ৰচনা কৰা নাই নাইবা বিশ্ববিদ্যালয়ৰ অধ্যাপকো নহয়, অথচ অগাধ পণ্ডিত। গাৰ্গীৰ কাৰ্য-কলাপ উপনিষদৰ পাতত কেৱা ঠাইতো চকুত লগা হিছাপে আছে। তেওঁৰ পুৰা জীৱনী নাই, সঁচা। আন ঋষিসকলৰ আছে জানো?

গাৰ্গী-যাজ্ঞবল্ক্যৰ যিটো বৈদান্তিক আলোচনা বুলি কোৱা হৈছে সেইটোক লেখকে আদিম মানৱৰ শিশু-সুলভ চিন্তা বুলি কৈছে; ই তেওঁৰ

সম্পূৰ্ণ ভুল ধাৰণা। সেইটো আচলতে যাজ্ঞবল্ক্যৰ জগদুৎপত্তিবাদ-তথ্য (Cosmogonic theory)ৰ ওপৰত প্ৰশ্নোত্তৰৰ চলেৰে আলোচনা আৰু গাৰ্গীক দিয়া জ্ঞান। এটা এটাকৈ প্ৰশ্নৰ উত্তৰ দি যাজ্ঞবল্ক্যই শেষৰ প্ৰশ্নত ব্ৰহ্মেৰে মোখনি মাৰিলে, তথাপি গাৰ্গীয়ে ব্ৰহ্মৰ ওপৰতো প্ৰশ্ন তোলে, কিন্তু সেই প্ৰশ্ন তোলাটো অমূলক বুলি যাজ্ঞবল্ক্যই গাৰ্গীক ধমক্ দিয়ে আৰু এই ধমক্‌টোই যাজ্ঞবল্ক্যৰ শাস্ত্ৰ ন্যায় (Argumentum adbaculinum)। তেওঁ গাৰ্গীক প্ৰশ্নোত্তৰৰ চলেৰে শিক্ষা দিছে। এইটো এটা শিক্ষা-প্ৰণালী। আৰু শাস্ত্ৰ-ন্যায় প্ৰয়োগ কৰাটো শিকোৱাৰ এটা কায়দা। প্ৰত্যেক প্ৰশ্নোত্তৰৰ লগত একোটা দীৰ্ঘ-বাণীৰে বয়ন-উপমা আছে; তাক বুজিব লাগিলে দাৰ্শনিক চিন্তা লাগিব। যিটো দাৰ্শনিক চিন্তা তাক লেখকে শিশু-সুলভ চিন্তা বুলি কেনেকৈ কয়? সেই সময়ত যাজ্ঞবল্ক্যৰ নিচিনা ব্ৰহ্মজ্ঞানী শক্তিশালী ঋষি অতি কমেই আছিল। তেওঁৰ লগত তাত্ত্বিক বিষয়ত তৰ্ক কৰিছিল নাৰী গাৰ্গীয়ে। আজি-কালিৰ দিনত নাৰীয়ে সেই তৰ্ক কৰা দূৰৈৰ কথা, আনকি পুৰুষৰ ভিতৰতো কেইজন আছে? বিদুষী ব্ৰহ্মবাদিনী গাৰ্গী বৃহদাৰণ্যকোপনিষদৰ এটি উজ্জ্বল ৰত্ন।

ৰাজৰ্ষি জনকে এদিন এখন সভা আহ্বান কৰি সমগ্ৰ ভাৰতৰ ঋষিবৃন্দক সমবেত কৰাইছিল। ৰাজৰ্ষিয়ে প্ৰস্তাৱ আগবঢ়ালে যে যিজন সকলোতকৈ শ্ৰেষ্ঠ ব্ৰহ্মজ্ঞানী ঋষি, তেওঁক দহ হাজাৰ খীৰতী গাই দান কৰিব আৰু সেইবিলাকৰ শিংবোৰ সোণেৰে বন্ধাই দিব। তেতিয়া আনবিলাক ঋষি কিছুসময় নিতাল মাৰিলে কিন্তু মহৰ্ষি যাজ্ঞবল্ক্যই তেওঁৰ শিষ্যবিলাকক এই গাইবোৰক তেওঁৰ আশ্ৰমলৈ লৈ যাবলৈ ক'লে। আন আন ঋষিবিলাকৰ ইয়াত খং উঠিল, কাৰণ তেওঁলোকে ধৰি ললে যে এইটো যাজ্ঞবল্ক্যৰ বিদ্যাজনিত অহঙ্কাৰ আৰু কবলৈ ধৰিলে, "সবাতোকৈ জ্ঞানী আপুনিয়ে নেকি?" যাজ্ঞবল্ক্যই ধেমালি সুৰত ক'লে যে তেওঁ সেইটো কব নোখোজে কিন্তু গাইবোৰ দেখি তেওঁৰ লোভ জন্মিছে। তেতিয়া তেওঁৰ ওপৰত তেওঁবিলাকৰ পৰা প্ৰশ্নৰ জাউৰি উঠিবলৈ ধৰিলে। তেতিয়া গাৰ্গী উঠি প্ৰশ্নেৰে তেওঁক এনেকুৱাকৈ ব্যতিব্যস্ত কৰিছিল যে আনবিলাকে সিমানদূৰ পৰা নাছিল। তেতিয়া তেওঁ সকলোৰে পৰা প্ৰশংসা পাবলৈ ধৰিলে, যদিও যাজ্ঞবল্ক্য পৰাজিত হোৱা নাছিল। এইবিলাক প্ৰশ্ন প্ৰধানকৈ ব্ৰহ্মজ্ঞান বিষয়ক। এনেকুৱা গাৰ্গীক বিদুষী নাৰী নহয় বুলি আৰু যাজ্ঞবল্ক্য আৰু গাৰ্গী দুয়ো লিখা-পঢ়া নাজানিছিল বুলি কোৱাটো ভাবিব নোৱাৰা কথা। তেতিয়া হেনো আখৰৰেই উদ্ভৱ হোৱা নাছিল। যদি সেইটো হয়, বেদৰ



লিপিবদ্ধতা, অধ্যয়ন আৰু যজ্ঞাদি কৰ্মত বেদ-মন্ত্ৰ পাঠ কেনেকৈ হব পাৰিছিল? উপনিষদ যুগ বৈদিক যুগৰ পৰৱৰ্তী; সেই যুগৰ সম্পৰ্কত সেইটো প্ৰশ্ন উঠিবই নোৱাৰে। অসংখ্য উপনিষদৰ সৃষ্টিকো তেওঁ অস্বীকাৰ কৰিব খোজে নেকি? মানুহে লিখিব-পঢ়িব নজনা অৱস্থাত আৰু আখৰৰ উদ্ভৱ নোহোৱা অৱস্থাত অগণন গ্ৰন্থৰ ৰচনা, তাৰ ব্যাপক অধ্যয়ন আৰু চৰ্চা কেনেকৈ হব পাৰে? যাজ্ঞবল্ক্যকো যেতিয়া তেওঁ লিখিব-পঢ়িব নজনা বুলি কয়, তেনেহলে সকলো ঋষি-মুনিকে লিখা-পঢ়া নজনা বুলি কব লাগিব অৰ্থাৎ ঋষিকুলটো জধামূৰ্খ আছিল। এনেকুৱা কথা এই পৰ্যন্ত কাৰো মুখৰ পৰা শুনা হোৱা নাই।

ইয়াৰ পিছত লেখক হিন্দুৰ বিবাহ-ব্যৱস্থাৰ মাজত সোমাই পৰিল। কিন্তু সোমাল ওলোটা বাটেৰে। তেওঁ বুজিব নোৱাৰে হিন্দু-ছোৱালীৰ বাল্য বয়সতে কট্‌কটীয়া বিবাহ-ব্যৱস্থা থকা সত্ত্বেও গাৰ্গী কিয় অবিবাহিতা থাকিল? গাৰ্গীৰ যুগত অৰ্থাৎ বৈদিক আৰু উপনিষদ যুগত ছোৱালীৰ যৌৱন-বিবাহহে প্ৰচলিত আছিল। সেই যুগত তিৰোতাৰ সকলো বিষয়তে যেনে বেদাধ্যয়ন, উপনয়ন-কাৰ্য, যজ্ঞোপবীত ধাৰণ আৰু যজ্ঞাদি কৰ্ম সকলোতে পুৰুষৰ লগত সমানাধিকাৰ আছিল। গতিকে তাৰ বাবে উপযুক্ত বয়স নোহোৱালৈকে তেওঁলোক অবিবাহিতা আছিল। পুৰুষৰ পক্ষে যেনেকৈ উপনয়নৰ লগে লগে ব্ৰহ্মচৰ্য ব্ৰত উদ্‌যাপন কৰাৰ ব্যৱস্থা আছিল ছোৱালীৰ পক্ষেও তেনেকৈ তাত কোনো বাধা নাছিল। যিবিলাক ছোৱালীয়ে ব্ৰহ্মজ্ঞান লাভৰ পথত আগ বাঢ়িব খুজিছিল ইচ্ছা কৰিলে অবিবাহিতা থাকি পিতৃগৃহতে সেই জ্ঞান লাভ কৰিব পাৰিছিল। অন্তত তেওঁলোক ব্ৰহ্মবাদিনী বুলি বিখ্যাতা হৈছিল। গাৰ্গী আছিল এনেকুৱা ব্ৰহ্মবাদিনী। আনপক্ষে কম বয়সত ছোৱালীৰ বিবাহ-ব্যৱস্থা আৰম্ভ হৈছিল উপনিষদৰ পৰৱৰ্তী স্মৃতিযুগৰ পৰা আৰু পূৰা হৈছিল মনু-সংহিতাৰ সময়ত।

লেখকৰ আন এটি অবাঞ্চনীয় বাক্য হৈছে—"ধৰ্মালোচনাত ভাগ লোৱা, বেদাদি অধ্যয়ন কৰা বৈদিক যুগৰ এই বিদুষীসকল হয়তো গণিকাই আছিল।" সন্দেহাতীত প্ৰমাণ নথকাত অনুমানেৰে নিৰ্দোষিণী বিদুষীনাৰী গাৰ্গী বা তেনেকুৱা আনবিলাকক বেশ্যা বুলি ভবাটো সজ চিন্তাৰ পৰিপন্থী। অবিবাহিতা থাকিলেই বেশ্যা হব পাৰে নেকি? কুমাৰী অৱস্থাৰ পৰা বৃদ্ধ বয়সলৈ বৈধব্য জীৱন অতিবাহিত কৰা হিন্দু নাৰী অলেখ আছে, তেওঁলোক বেশ্যা নেকি? এনেস্থলত ব্ৰহ্ম-চিন্তাৱিষ্টা ভগৱৎ-প্ৰেমিকা গাৰ্গী কেনেকৈ বেশ্যা হব পাৰে?

তাৰ পিছত লেখকে মৈত্ৰেয়ীকো আক্ৰমণ কৰে। মৈত্ৰেয়ী যাজ্ঞবল্ক্যৰ বিদুষী পত্নী। তেওঁ পত্নীকালছোৱাত বৃদ্ধাৱস্থালৈ যাজ্ঞবল্ক্যৰ ওচৰত ব্ৰহ্ম-জ্ঞান লাভ কৰে। লেখকে কিছুমান বচনৰ অৰ্থ ভাঙি দেখুৱাইছে। তাত তেওঁ আসোঁৱাহ উলিওৱা নাই। আত্মা যে অবিনাশী তাক তেওঁ অস্বীকাৰ কৰা নাই। কিন্তু তেওঁ আপত্তি উলিয়ালে "যত্ৰ হি দ্বৈতমিব ভৱতি--" ইত্যাদি বচনবোৰৰ অৰ্থত। তেওঁ কয়, এই নেতি নেতি গ্ৰহণাযোগ্য, গ্ৰহণ কৰিব নোৱাৰি। তেওঁ কিয় গ্ৰহণ কৰিব নোৱাৰে? বোধকৰোঁ উপলব্ধি হোৱা নাই।

উপনিষদৰ ঋষিসকলৰ তিনিধৰণে ব্ৰহ্মৰ ওচৰলৈ মনস্তাত্ত্বিক সমীপানু-গমন হৈছিল--(১) ব্ৰহ্মজ্ঞাতা হিছাপে বা বিশুদ্ধ চৈতন্য স্বৰূপে (Brahma as the knowing subject or pure Conciousness)

(২) ব্ৰহ্ম মানুহৰ শৰীৰত থকা এটা নিত্যকাৰণ হিছাপে (Brahma as the eternal principale in man)

(৩) ব্ৰহ্ম অসীম আৰু আনন্দ হিছাপে (Brahma as Infinite and Bliss)

তেওঁৰ আপত্তি (১) দফাৰ অন্তৰ্ভুক্ত হব। যেতিয়া ব্ৰহ্মজ্ঞাতা (Subject) আৰু জ্ঞেয় (Object) হৈ পৰে তেওঁ দ্বিত্ব হয় আৰু তেতিয়া অপৰে অপৰক দৰ্শন কৰে, অপৰে অপৰক আঘ্ৰাণ কৰে--ইত্যাদি কথাবোৰ আহি পৰে। আকৌ যেতিয়া তেওঁৰ লগত জ্ঞেয় (Object) জড়িত নহৈ একমাত্ৰ জ্ঞাতা (Subject) হৈ পৰে তেতিয়া তেওঁ অদ্বৈত হৈ পৰে আৰু তেতিয়া কাৰ দ্বাৰা কাক চাব, কাৰ দ্বাৰা কাক শুঙিব--ইত্যাদি কথা-বোৰ আহি পৰে। এয়ে অদ্বৈতবাদ। দ্বৈতবাদ আৰু অদ্বৈতবাদ দুয়োটাৰে বেদান্তত বিচাৰ হৈছে। যদিও দুটা চিন্তাধাৰা, চিন্তাৰ সাৰাংশ এটাই। উপনিষদৰ মহাবাক্য 'সৰ্ব্বং খল্বিদং ব্ৰহ্ম', অদ্বৈতবাদৰ প্ৰধান নীতি। তদনুসাৰে জগৎ আৰু জগতৰ বস্তুবোৰ ব্ৰহ্মৰ অভিব্যক্তি। যাজ্ঞবল্ক্যই এইবিলাক তত্ত্ব-কথাকে মৈত্ৰেয়ীক শিকাইছিল আৰু মৈত্ৰেয়ীয়ে পূৰা ব্ৰহ্ম-জ্ঞান পাইছিল; নহ'লে তেওঁ অন্তত সা-সম্পত্তি ত্যাগ কৰি অমৃতত্ব বিচাৰিছিল কিয়?

প্ৰবন্ধ-লেখকে মৈত্ৰেয়ীয়ে একো জ্ঞান লাভ কৰা নাছিল আৰু তেওঁ বিদুষী নহয় বুলিহে বুজিছে। তেওঁ কয়, "এই মৈত্ৰেয়ীয়ে নিজে কোনো গ্ৰন্থ ৰচনা কৰা নাই, যি বুজা যায় বৃদ্ধাৱস্থালৈকে তেওঁ এখন ঘৰৰ বোৱাৰী। বৃদ্ধ বয়সত ব্ৰহ্মজ্ঞান পাবৰ কাৰণে স্বামী যাজ্ঞবল্ক্যক অনুৰোধ কৰে। ইয়াৰো সৰ্বশেষ পৰিচ্ছেদ পৰ্যন্ত তেওঁ একো বুজা নাই বুলিও ক'লে।



শেষ কথাখিনিৰ পৰা যি বুজিলে, সিমানেই।"--এইবিলাক সম্পূৰ্ণ ভুল ধাৰণা বা তেওঁ ইচ্ছাকৃত হিছাপে সজাই পৰাই কোৱা কথা। তাৰ উত্তৰ চমুকৈ এনে ধৰণৰ--

(১) তেওঁ কোনো গ্ৰন্থ ৰচনা কৰা নাই;--ইয়াৰ উত্তৰ গাৰ্গীৰ ক্ষেত্ৰত যি দিয়া হৈছে সেইটোই হব।

(২) বৃদ্ধাৱস্থাত তিৰোতাৰ গাত বোৱাৰী শব্দ নাখাটে। আজিৰ যুগত গৃহস্থালি বুলিলে যি বুজোঁ উপনিষদ যুগত ঋষিৰ আশ্ৰমত সেই গৃহস্থালি নাছিল, তাৰ পৰিবেশ বেলেগ আছিল। তাত আছিল তপস্যা, বেদধ্বনি, গুৰু-শিষ্যৰ জ্ঞান-চৰ্চা, শিক্ষাদান কাৰ্য আৰু সম্পত্তি আছিল গাইগৰু। শিষ্যৰ ভিক্ষাবৃত্তিয়েই আশ্ৰমী-জীৱনৰ জীৱনোপায় আছিল। গতিকে মৈত্ৰেয়ীক বোৱাৰী নুবুলি গৃহিণী বুলিলেও আজিৰ যুগৰ গৃহিণী নাছিল। যি গৃহিণীয়ে ব্ৰহ্মজ্ঞান লভিবলৈ ইচ্ছুক আছিল তাৰ বাবে সকলো সা-সুবিধা অনুকূল আছিল; তাতে মৈত্ৰেয়ীৰ পক্ষে নিজৰ স্বামীয়ে আছিল শিক্ষা-গুৰু। গতিকে মৈত্ৰেয়ীয়ে অকল বৃদ্ধাৱস্থাত শিক্ষাৰ বাবে স্বামীক অনুৰোধ কৰাটো লেখকে নিজে বনাই কোৱা কথা। বৈবাহিক-জীৱনৰ প্ৰাৰম্ভিক কালৰে পৰা তেওঁ ব্ৰহ্মজ্ঞান লভিবলৈ বিশেষ সুবিধা পাইছিল আৰু সেই সুবিধা তেওঁ লৈছিল। উপনিষদত তেওঁৰ উল্লেখ এবাৰ নহয়, বহুবাৰ আছে।

(৩) মৈত্ৰেয়ীয়ে এবাৰ একো নুবুজিলোঁ বুলি ক'লে। এইটোৰ পৰা এইটো বুজিলে ভুল হব যে তেওঁ আচলতে একো বুজা নাছিল। ফলৰ ভৰ যেতিয়া বেছি হয় গছৰ ডাল দোঁ খায়। মৈত্ৰেয়ীয়ে তেনেকৈ কৈ তেওঁৰ নম্ৰতা আৰু বিনয়ৰ হে পৰিচয় দিয়ে। তেনেকৈ কোৱাৰ পিছত যাজ্ঞবল্ক্যই তেওঁক আকৌ শিকাইছিল। আত্মা যে অবিনাশী, ব্ৰহ্ম যে চৰম সত্য ইত্যাদি বিষয়ৰ পূৰা জ্ঞান লাভ কৰাৰ পিছত তেওঁ বুদ্ধৰ দৰে মনোভাৱ প্ৰকাশ কৰিছিল। তেওঁ ধন-সম্পত্তিক তুচ্ছ জ্ঞান কৰিছিল যিহেতু সি মানৱৰ দুখ নিবাৰণ নকৰে আৰু তেওঁ অমৃতত্বক বিচাৰিছিল। বৃহদা-ৰণ্যকোপনিষদৰ প্ৰথম খণ্ডত অমৃতত্ব সম্পৰ্কে যিটো ধৰ্ম-ব্যাখ্যান, সেইটো যাজ্ঞবল্ক্য আৰু মৈত্ৰেয়ীৰ ভিতৰত হোৱা কথোপকথনহে আৰু সেইটোকে দ্বিতীয় খণ্ডতো পোৱা যায়। মৈত্ৰেয়ীয়ে একো নুবুজিলে এনেকুৱা গভীৰ তত্ত্বমূলক কথোপকথন তেওঁৰ লগত হব পাৰে নেকি? এই কথোপকথনৰ চলেৰে এখন খণ্ড শাস্ত্ৰই ৰচনা হ'ল। তেওঁ একো ৰচনা কৰা নাই বুলি লেখকৰ যি অভিযোগ, তাক এই কথোপকথনে অপ্ৰমাণিত কৰে বুলি কব পাৰি। মৈত্ৰেয়ীৰ ব্ৰহ্মবিদ্যাপযোগী যোগ্যতা যথেষ্ট আছিল। যাজ্ঞবল্ক্যই

সেইটো বুজি পাইহে তেওঁৰ শিক্ষাদানৰ ভাৰ গ্ৰহণ কৰিছিল। সেই যুগত এটা নিয়ম আছিল এই যে যাৰ যোগ্যতা নাছিল তাক আশ্ৰমত শিক্ষাৰ বাবে ভৰ্তি নকৰিছিল। আগেয়ে সেই যোগ্যতাৰ পৰীক্ষা (Admission Test) লৈছিল।

লেখকে দেখুৱায় যে যাজ্ঞবল্ক্যই প্ৰথমে ক'লে পত্নীয়ে পতিৰ মৰমত—ইত্যাদি ইত্যাদি।" এইটো বাক্যেৰে তেওঁ কয় হিন্দু শাস্ত্ৰ লিখা প্ৰণালী যিটোৱে হওক তেওঁ হাতত লোৱা বিষয় হৈছে মৈত্ৰেয়ীৰ বিদ্যা সম্পৰ্কে। সেই সময়ত শিক্ষাৰ প্ৰণালী (method) বহুত আছিল। মোটামুটিভাৱে চাবলৈ গ'লে চাৰিটা প্ৰণালী যেনে ঃ

(১) প্ৰশ্ন আৰু উত্তৰৰ চলেৰে কথোপকথন-প্ৰণালী (Dialectic method)

(২) সমন্বয়-মূলক প্ৰণালী (Synthetic method) অৰ্থাৎ বহু-ফালৰ বহুভাৱধাৰাক সমন্বিত কৰি জড়িত প্ৰশ্নটোক এটা সম্পূৰ্ণ উত্তৰত উপনীত কৰোৱাটো।

(৩) বিতৰ্কমূলক প্ৰণালী (Argumental method) অৰ্থাৎ নানা ৰকম তৰ্ক-বিতৰ্ক হোৱাৰ পিছত এটা সিদ্ধান্তলৈ অহাটো।

(৪) তৰ্কৰ পৰিবৰ্তে ইঙ্গিত বা আভাসৰ প্ৰয়োগ প্ৰণালী (Allusory method)। চতুৰ্থ প্ৰণালীটোৰ আকৌ তিনি প্ৰকাৰৰ উপৰিভাগ আছে, যেনে, (ক) সাদৃশ্যমূলক (Analogical), (খ) ৰূপক-সংক্ৰান্ত (Allegorical) (গ) শব্দব্যুৎপত্তিগত শাস্ত্ৰমূলক (Etymological)।

যাজ্ঞবল্ক্যই শিকোৱা প্ৰণালী এই বিলাকৰ অন্তৰ্ভুক্ত আছিল। আজিৰ পাঠকে সেই সময়ৰ এজনক শিকোৱা প্ৰণালীটো আদিৰ পৰা অন্তলৈকে নিজ চকুৰে নেদেখিলে শিক্ষণীয় বিষয়টো তেওঁৰ বোধগম্য নহয়; পুথিৰ পাত এটাত শিক্ষক আৰু শিক্ষাৰ্থীৰ ভিতৰত হোৱা এটা খণ্ড তৰ্ক-বিতৰ্ক দেখিলে আমাৰ মনত খেলি-মেলি লাগে আৰু তেতিয়া আমি কওঁ হিন্দু-শাস্ত্ৰৰ কথাবিলাক স্ব-বিৰোধী; কিন্তু দীৰ্ঘকলীয়া পদ্ধতি এটাৰ মাজেদি গৈ শেষত শিক্ষক আৰু শিক্ষাৰ্থীয়ে এটা সিদ্ধান্তত উপনীত হয়, সেইটো আমাৰ দৃষ্টিগোচৰ নহয়। প্ৰবন্ধ লেখকৰ বোধকৰোঁ সেই ভ্ৰম হৈছে।

তেওঁ আত্মা আৰু পৰমাত্মা বুজিছেনে নাই, বুজা নাযায়। শ্লোক, হোম, অন্ন একে বস্তু নহ'লেও, চিন্তাৰ লক্ষণ বেলেগ বেলেগ হ'লেও সকলো যে ব্ৰহ্মই সেইটো কোৱাত কি বাধা আছে? সকলো তেওঁৰেই। সেইদেখি



কোৱা হয় "সৰ্ব্বং খল্বিদং ব্ৰহ্ম।" গীতাৰো প্ৰতিপাদ্য বিষয়বোৰৰ ভিতৰত এইটো এটা প্ৰধান বিষয়।

তেওঁ কয়, "নিজে উপনিষদ ৰচনা কৰি আছে, তথাপি কৈছে উপনিষদ অপৌৰুষেয়। কি অদ্ভুত কথা।"—কোন ঋষিয়ে কি অৱস্থাত এই কথা কৈছে, তাৰ উদ্ধৃতি তেওঁ দিয়া নাই।

ইয়াৰ উত্তৰত কব লাগিব যাৰ বিষয় জয়ঢোল বজোৱা হয়, সি সৰু বস্তু নহয়। লিখকে "সিমানেই" বুলি আত্মজ্ঞানৰ পৰিসৰক বৰ ঠেক সীমাৰ ভিতৰত ৰাখিছে; কিন্তু যাজ্ঞবল্ক্যই আত্মজ্ঞানক সেইদৰে বুজোৱা নাই; ইয়াৰ গভীৰতা, গধুৰতা, বৰ বেছি। ইয়াৰ ভিতৰত বৈদান্তিক তাৎপৰ্য আছে; দ্বৈতবাদ আৰু অদ্বৈতবাদ ইয়াৰ ভিতৰত নিহিত আছে। দাৰ্শনিক তত্ত্বৰ ভেঁটি ইয়াতেই। যাজ্ঞবল্ক্যৰ অপাৰ জ্ঞান-ৰাশিৰ কথা বৰ্ণনাতীত। তেওঁ মহৰ্ষিৰো মহৰ্ষি। ৰাজৰ্ষি জনকে তেওঁৰ ওচৰত ব্ৰহ্মজ্ঞান লাভ কৰিছিল। তেওঁৰ জ্ঞানৰাশিৰে হিন্দু-শাস্ত্ৰ ভৰপূৰ। তেওঁ আত্মজ্ঞানৰ বলত ঈশজ্যোতি লাভ কৰি অন্তত ব্ৰহ্মলোক পাইছিল। গতিকে তেওঁ দিয়া আত্মজ্ঞান লেখকৰ ভাষাৰ "সিমানেই"ৰ অৰ্থত সিমান ঠেক হব নোৱাৰে।

লেখকে হিন্দু-শাস্ত্ৰৰ স্ববিৰোধটো আকৌ দোহাৰিছে। তেওঁ যিটো ডাঙৰ স্ব-বিৰোধ পাইছে, দকৈ চিন্তা কৰিলে স্ব-বিৰোধ সমূলি নহয়। সকলো মানুহৰ বাবে চন্দ্ৰলোকত আৰোহন কৰা উপায় আছে নেকি? নাই, তথাপি কেইজনমান উঠিল নে নাই? উঠিল। ইয়াত স্ব-বিৰোধ ক'ত থাকিল? ব্ৰহ্মক জনাটোও তদ্ৰূপ। যেতিয়ালৈকে মানুহক অজ্ঞান বা অবিদ্যা বা মায়াই আবৰি থাকিব তেতিয়ালৈকে তেওঁৰ ব্ৰহ্মজ্ঞান আৰু ব্ৰহ্মপ্ৰাপ্তি নহয়। সেইটো হব লাগিলে শাস্ত্ৰীয় নিত্যকৰ্ম তপ, জপ, ধ্যান, ইন্দ্ৰিয়-নিগ্ৰহাদি কৰ্মৰে অজ্ঞান-আন্ধাৰক দূৰ কৰিব লাগিব, মায়াজাল ভেদ কৰিব লাগিব। সেইটো কৰাৰ নিৰ্দিষ্ট পথ উপনিষদ, বেদান্ত, যোগ-দৰ্শন আৰু গীতাই দৰ্শাইছে। আমি যেনেকৈ নিজে নিজক জানিবলৈ টান নাপাওঁ ব্ৰহ্মজ্ঞানীয়ে নিজে ব্ৰহ্ম হৈ ব্ৰহ্মক জানিবলৈ টান নাপায়।

যদিও চিন্তাধাৰা বেলেগ বেলেগ হব পাৰে দৰ্শনৰ মূলত গণ্ডগোল একো নাই। উদ্দেশ্যৰ বিভিন্নতাও একো নাই।

অকল মৈত্ৰেয়ীৰ বিষয়ে পঢ়িয়েই মই প্ৰাচীন যুগৰ সমূহীয়া স্ত্ৰী-শিক্ষাক সমৰ্থন নিদিওঁ; সেই উচ্চ শিক্ষাৰ পৰিচয় স্বয়ং বেদ আৰু উপনিষদে দি থৈছে। ০০০

০০০১৯৭৬ চনৰ ১৫ ডিচেম্বৰৰ সংখ্যা সাপ্তাহিক 'নীলাচল'ত প্ৰকাশিত।

# ছবিগৃহ আৰু নাট্যমঞ্চ সম্পৰ্কত নাৰী মৰ্য্যাদা

মানুহে অন্তৰত কিছুমান সৎ গুণ আৰু শক্তিৰ বীজ লৈ মাতৃগৰ্ভৰ পৰা নগ্নাৱস্থাত জন্ম গ্ৰহণ কৰে। বয়সৰ লগে লগে সেই গুণৰাশি আৰু শক্তি বিকাশ হবলৈ ধৰে। তেতিয়া মনলৈ এটা সুৰুচিপূৰ্ণ মাৰ্জিত মনোভাব আহিবলৈ ধৰে আৰু তাৰ লগতে জন্মগত নগ্নাৱস্থায়ো এটা মাৰ্জিত পৰিবেশ বিচাৰে যাৰ ফলত লজ্জাবোধ জাগৰিত হয়। এই লজ্জাৰ ফলত নগ্নাৱস্থা ঢাকিবলৈ পৰিধেয় সামগ্ৰী লগা হ'ল। আদিম যুগৰ মানুহৰ এই পৰিধেয় সামগ্ৰী হিচাবে ব্যৱহৃত গছৰ বাকলি আৰু বন্য জন্তুৰ চালে ক্ৰমোন্নতিৰ বাটেদি আহি আহি আজিৰ সাজ-পাৰত ৰূপ লৈছেহি। সকলো জীৱতকৈ মানুহ শ্ৰেষ্ঠ। ইতৰেতৰ জীৱৰ অন্তৰত সৎগুণাৱলীৰ বীজ নথকাৰ কাৰণে সিবিলাকৰ বিকাশো নাই। সিহঁতৰ মাৰ্জিত-অমাৰ্জিত বোধো নাই আৰু লজ্জাবোধো নাই। সেই কাৰণে সিহঁতৰ প্ৰগতিৰ পথো নাই। মাত্ৰ আছে এটা দৈহিক বৰ্দ্ধনশীলতা, সিও নগ্ন। এইখিনিতে মানুহ আৰু পশুৰ পাৰ্থক্য। সকলো জীৱৰে দুই জাতি, পুং আৰু স্ত্ৰী। মানুহক পুং আৰু স্ত্ৰী জাতীয় ভেটিত দৈহিক গঠনৰ তাৰতম্যানুসাৰে পৰিধেয় সাজ-পাৰৰো তাৰতম্য ঘটিছে। মানুহৰ সৌন্দৰ্য্যানুভূতি আছে। সেয়েহে পিছত গৈ ধুনীয়া সাজ-পাৰৰ উদ্দেশ্য শাৰীৰিক সৌন্দৰ্য্য-বৰ্দ্ধনত পৰিণত হ'ল। গুৱনি সাজ-পাৰ সভ্য সমাজৰ চিহ্ন। কিন্তু সভ্য সমাজতো সাজ-পাৰ বৰ্জিত নগ্নাৱস্থাৰ সাময়িক আৱশ্যকতা হব পাৰে। কিন্তু তেতিয়া তাৰ পুৰা গোপনীয়তা ৰক্ষা কৰা হয়। এই গোপনীয়তাই সমাজক অশ্লীলতাৰ পৰা দূৰৈত ৰাখি আহিছে। দৰ্শকৰ আনন্দ বৰ্দ্ধনৰ বাবে নগ্নাৱস্থাৰ প্ৰকাশ্য প্ৰদৰ্শন সম্পূৰ্ণ গৰ্হিত আৰু অবৈধ বুলি বিবেচিত হৈছে, নহলে সভ্য সমাজ জীয়াই নাথাকিল হেঁতেন।

যুগৰ কি পৰিবৰ্তন। আজি ছবিগৃহ আৰু নাট্যমঞ্চ বিলাকত বিশেষকৈ ব্যৱসায়িক ভ্ৰাম্যমান নাট্যমঞ্চ বিলাকত, সম্পূৰ্ণ উলঙ্গ নহলেও নাৰীৰ উলঙ্গ-



প্ৰায় দৃশ্য বিলাক প্ৰকাশ্যে দৰ্শোৱা হয় আৰু পুৰুষসকলে নিজৰ স্ত্ৰী, নিজৰ ল'ৰা-ছোৱালী বা ভাই-ভনিটিহঁতক লগত লৈ সেই দৃশ্য বিলাক অবাধে উপ-ভোগ কৰে। সেই বুলি মই কব খোজা নাই যে আমাৰ কলা-সংস্কৃতিৰ পূৰ্ণ বিকাশ হব নালাগে বা ছবিগৃহ-নাট্য মঞ্চৰ আৱশ্যকতা নাই। নাৰীসকলৰ পক্ষে নাৰীয়ে দৰ্শোৱা উলঙ্গপ্ৰায় দৃশ্যবিলাকৰ প্ৰতি নিশ্চয় অভিৰুচি নাই, বৰং তেওঁলোকৰ তাত লজ্জাবোধহে আছে। কামোদ্দীপক উলঙ্গপ্ৰায় দৃশ্যৰ অৱতাৰণাই নাৰী মৰ্য্যাদা ক্ষুণ্ণ কৰা নাইনে? আৰু এই ক্ষেত্ৰত পুৰুষৰ যৌন চৰিত্ৰই বা কেনেকৈ অধোমুখী নোহোৱাকৈ থাকে? কিয়নো তেওঁলোকৰ উলঙ্গপ্ৰায় দৃশ্যটো যদি পুৰুষৰ পক্ষে অভীপ্সিত হয়! তেনে-হলে তেওঁলোকক আদিম যুগলৈ প্ৰত্যাবৰ্তন কৰাই পশুত্বলৈ নমাই নিয়া নহব নে? এইখিনিতে নাৰী মৰ্য্যাদা ক্ষুণ্ণ হব। এইটো ভাৰতীয় আদৰ্শ নহয়। তাত নাৰীক যথেষ্ট উচ্চস্থান দিয়া হৈছে। বেশভূষা আৰু পূজা-দিৰে তেওঁলোকক অপৰিসীম মৰ্য্যাদা দিয়া হৈছে। নাৰীক আজি যি সমানাধিকাৰ দিয়া হৈছে তাৰ মূল্যক তাহানি প্ৰাচীন যুগত দিয়া মৰ্য্যাদাৰ মূল্যই চেৰ পেলোৱা বুলি কব লাগিব। মনুসংহিতাৰ ৩য় অধ্যায়ত আছে ঃ

"পিতৃভিৰ্ভ্ৰাতৃভিশ্চৈতাঃ পতিভিৰ্দেবৰৈস্তথা।
পূজ্যাভূষয়িতব্যাশ্চ বহুকল্যানমীপ্সুভি ঃ ॥৫৫

যত্ৰ নাৰ্য্যাস্তু পূজ্যন্তে ৰমন্তে তত্ৰ দেবতাঃ
যত্ৰৈতাস্তু ন পূজ্যন্তে সৰ্ব্বাস্তত্ৰাফলাঃ ক্ৰিয়াঃ ॥৫৬

শোচন্তি জাময়ো যত্ৰ বিনশ্যত্যাশু তৎকুলং।
ন শোচন্তি তু যত্ৰৈতা বৰ্দ্ধতে তদ্ধি সৰ্ব্বদা ॥৫৭

জাময়ো যানি গেহানি শপন্ত্য প্ৰতি পূজিতাঃ।
তানি কৃত্যাহতানীব বিনশ্যন্তিমন্ততঃ ॥৫৮

তস্মাদেতাঃ সদাপূজ্যা ভূষণাচ্ছাদনাশনৈঃ।
ভূতিকামৈনৰৈ নিৰ্ত্যংসৎক ৰেষূৎসবেষু চ ॥৫৯

৫৫। পিতা কি ভ্ৰাতা কি পতি কি দেবৰ সকলোৰে বহুকল্যাণ অভি-লাষ কৰিব আৰু বস্ত্ৰালাঙ্কাৰাদিৰ দ্বাৰা তেওঁলোকক ভূষিত কৰিব।

৫৬। যি কুলত স্ত্ৰী বস্ত্ৰালাঙ্কাৰাদিৰ দ্বাৰা পজিতা হয় তাত দেৱতা সকল প্ৰসন্ন থাকে আৰু যি কুলত তেওঁলোকৰ অনাদৰ হয় সেই কুলত সকলো ক্ৰিয়া নিষ্ফল হয়।

৫৭। যি কুলত স্ত্ৰীসকল বস্ত্ৰালঙ্কাৰ অভাৱে দুঃখিনী হয়, সেই কুল শীঘ্ৰে নিধন হয় আৰু যি কুলত তেওঁলোক সেইবিলাকত সন্তুষ্টা থাকে সেই কুল সৰ্বদা বৃদ্ধিপ্ৰাপ্ত হয়।

৫৮। যি কুলত স্ত্ৰী সকলে শাপ দিয়ে সেই কুল বিনষ্ট হয়।

৫৯। অতএব যি সকলে সম্পত্তি কামনা কৰে তেওঁলোকে উৎসবাদি সকলো উপলক্ষে তেওঁলোকক অশন, ভূষণ, বসনাদিৰ দ্বাৰা সম্বৰ্দ্ধনা কৰিব।)

আকৌ মনুসংহিতাত ৯ম অধ্যায়ত আছে, যথা—

প্ৰজনাৰ্থং মহাভাগাঃ পূজাৰ্হা গৃহদীপ্তয়ঃ।
স্ত্ৰিয়ঃ শ্ৰিয়শ্চ গেহেষু ন বিশেষোঽস্তিকশ্চন ॥২৬

(স্ত্ৰীসকল গৰ্ভধাৰণাৰ্থে অতিশয় মঙ্গলকাৰক। এই কাৰণে তেওঁলোক বস্ত্ৰালঙ্কৰাদি দ্বাৰা বহু সন্মানৰ যোগ্যা আৰু গৃহৰ শোভাজনক। আনকি, স্ত্ৰী আৰু শ্ৰীৰ কোনো প্ৰভেদ নাই অৰ্থাৎ তেওঁলোকেই গৃহশ্ৰী।)

আনহাতে, উলঙ্গপ্ৰায় দৃশ্যবিলাক পুৰুষৰ পক্ষেও বহু অনিষ্টজনক। তাত যিটো আনন্দোপভোগ থকা বুলি ভবা হয়, সি কামপ্ৰবৃত্তি জনিত। মানুহৰ শৰীৰত যেনেকৈ সদ্‌গুণাৱলীৰ সমাবেশ হৈছে তেনেকৈ তাত নানা অসৎ গুণৰো সমন্বয় হৈছে। এই অসদ্ গুণ বিলাকৰ ভিতৰত কামেই প্ৰধান। গীতা শাস্ত্ৰত সদগুণ বিলাকক দৈৱী সম্পত্তি আৰু অসদগুণবিলাকক আসুৰী সম্পত্তি বোলা হৈছে। গীতা প্ৰবচনে কৈছে, "চমু কথাত কবলৈ গলে অসুৰী সম্পত্তিৰ অৰ্থ কাম, ক্ৰোধ আৰু লোভ। এই তিনিওটাই গোটেই পৃথিবীক নচুৱাব লাগিছে।" মানুহে নিজৰ কৰ্তব্য পাহৰি এই নাচতে মগ্ন হৈছে। আচলতে এই নাচ দৈৱী আসুৰী সম্পত্তিৰ ভিতৰত বিবাদ হে। ৰাম-ৰাৱণ আৰু কুৰুক্ষেত্ৰৰ যুদ্ধও এই বিবাদ হে। যদি এই যুদ্ধ দুখনত দৈৱী সম্পত্তিৰ ফাল জয়ী নহলহেঁতেন, তেনেহলে পৃথিবী কেতিয়াবাই ছাৰখাৰ হৈ গলহেঁতেন। আমাৰ সামাজিক আৰু ব্যক্তি জীৱনতো এই দৈৱী সম্পত্তিৰ ফালৰ জয় হে বিচাৰিব লাগে। সেইবাবে গীতাই কাম, ক্ৰোধ, লোভ এই তিনি শত্ৰুৰ পৰা সদায় আঁতৰত থাকিবলৈ দঢ়াই দঢ়াই ক'বই লাগিছে। তাত কোৱা হৈছে—

"অনেক চিত্তবিভ্ৰান্তা মোহজাল সমাবৃত্তাঃ।
প্ৰসক্তাঃ কামভোগেষু পাতন্তি নৰকেঽশুচৌ ॥



(এইৰূপে অজ্ঞানী সকল নানাবিধ বিষয় চিন্তাৰে বিক্ষিপ্ত চিত্ত, মোহ জালেৰে সমাবৃত্ত হৈ আৰু কামভোগত আসক্তচিত্ত হৈ ক্লেশময় নৰকত পতিত হয়।)

এই কামক সংযমৰ বটেৰে দমন ৰখাটোহে মানুহৰ কৰ্তব্য। কিন্তু উলঙ্গপ্ৰায় দৃশ্যবিলাকে সেইটো হবলৈ নিদি উত্তেজনাহে বঢ়ায়। গাড়ীৰ গতিৰোধক যন্ত্ৰৰ দৰে সংযমে এই উত্তেজনা বেগক দমাই ৰাখিব লাগিব।

কিছুমান লোকে আপত্তি কৰিব পাৰে যে পাশ্চাত্য দেশবিলাকেনো কিয় উলঙ্গপ্ৰায় দৃশ্যবিলাকক অনিষ্টকাৰক বুলি অনুভৱ কৰা নাই। তাৰ উত্তৰ এয়ে হব যে আমাৰ বিচাৰ মতে পাশ্চাত্য দেশীয় নাৰীৰ যৌন চৰিত্ৰৰ ধাৰণা আমাৰ মূল্যবোধতকৈ পৃথক। সেইবিলাক দেশৰ সভ্যতা ভাৰতীয় সভ্যতাতকৈ অনেক গুণে পশ্চাদপদী। অৱশ্যে, তাতো যদি উলঙ্গপ্ৰায় দৃশ্য বিলাকৰ অবাধ প্ৰচলন হৈ থাকে আৰু কোনোদিন তাক সীমিত কৰা নহয় তেনেহলে সি যে অন্তত পৃথিবীৰ অমঙ্গল সাধন কৰিব, তাৰ আলোচনা-বিলোচনা তাত নোহোৱাকৈ থকা নাই আৰু সি এটা সকলোৰে চিন্তনীয় বিষয়ৰ ভিতৰত। আজি ভাৰতেও সেইবিলাক দেশকে এই বিষয়ত অনুসৰণ কৰিছে। আমি সকলো বিষয়তে পাশ্চাত্য দেশক অনুসৰণ কৰিব নোৱাৰোঁ। কিয়নো সামাজিক, ধৰ্মীয়, ভৌগোলিক আৰু জলবায়ু সম্পৰ্কীয় পৰিস্থিতিৰ প্ৰভেদানুসাৰে আমাৰ লগত তেওঁলোকৰ বহুত প্ৰভেদ আছে। যৌনক্ষেত্ৰীয় চাৰিত্ৰিক গুৰুত্বৰ বিষয়ে ভাৰতে যিমান সূক্ষ্মভাৱে বিচাৰ কৰিছিল বা আজিও কৰে পাশ্চাত্যবাসী সকলে সিমান সূক্ষ্মভাৱে কৰাটো দেখা নাযায়। সেয়েহে এই বিষয়ত পথ-প্ৰদৰ্শক হব লাগিব ভাৰত। বিদেশত প্ৰযোজ্য হবলগীয়া ভাৰতীয় তথ্যবিলাক তাত প্ৰচাৰৰ বাবে চেষ্টা চলোৱা ভাৰতৰ এটা কৰ্তব্যৰ ভিতৰতেই পৰিছে।

ভাৰতৰ প্ৰাচীন মঠ-মন্দিৰ বিলাকৰ গাত নানা উলঙ্গবেশী দেৱ-দেৱীৰ মূৰ্তি পোৱা যায় আৰু কিছুমান প্ৰাচীন কাহিনীতো উলঙ্গবেশী দেৱ-দেৱীৰ উল্লেখ আছে। সেয়ে পৰিচয় দিয়ে যে দেৱতা বিলাকৰ ভিতৰতো উলঙ্গবেশী দৃশ্যৰ উপভোগ আছিল। কিন্তু তাৰ দৃষ্টান্ত মানুহে গ্ৰহণ কৰিব নোৱাৰে, যিহেতু মানুহ আৰু দেৱতা একেপৰ্য্যায়ৰ নহয়। দেৱতাবিলাক মানুহতকৈ অনেক গুণে শক্তিশালী আৰু তেজস্বী। এনেকুৱা স্থলত আমাৰ যুক্তি এই—"তেজস্বীনাং ন দোষঃ।"

মানুহ সমাজপ্ৰিয় আৰু সমাজ পাতি বাস কৰে। সমাজত থাকিলে এজনৰ অপকৰ্মই নিজক অনিষ্ট কৰাৰ বাহিৰে আনকো স্পৰ্শ কৰে।

তেতিয়া সমাজৰ ব্যাঘাত হয়। সেয়েহে মানুহে ইন্দ্ৰিয়-বৃত্তিৰ বশীভূত হৈ যেই সেই কাম কৰিব নোৱাৰে।

এইখিনিতে মই এইটোও উল্লেখ কৰোঁ যে আমাৰ সাহিত্যত শৃঙ্গাৰ ৰসৰ প্ৰচলন আছে। মানুহৰ ভাবত শৃঙ্গাৰ ৰস আছে যেতিয়া ভাষাত সি ফুটি ওলাবই। কিন্তু সি সীমাৰ ভিতৰত আছে আৰু থাকিবও লাগিব। কালিদাস প্ৰভৃতি কবিৰ আৰু পাশ্চাত্য সাহিত্যত শৃঙ্গাৰ ৰসৰ ব্যৱহাৰ আছে। সেই বুলি কবি বা সাহিত্যিকে এই ৰসক সাহিত্যত উভৈনদী কৰি দিব নোৱাৰে। যি সকল কবি বা সাহিত্যিকে দৈৱী প্ৰতিভা লৈ জন্মিছে তেওঁলোকৰ সেই অসাধাৰণ প্ৰতিভাৰ স্বাভাৱিক স্ফুৰণ স্বয়ংক্ৰিয়ভাৱে যেই সেই ৰসৰ মাজেদি হব পাৰে আৰু তেতিয়া তেওঁলোকৰ অদম্য ভাৱাবেগে সমাজবোধক আচ্ছন্ন কৰি সামাজিক লক্ষ্যক ম্লান কৰি দিয়ে। তেতিয়া কলা কেৱল কলাৰ কাৰণে (Art for art's sake) হৈ পৰে। এই শ্ৰেণীৰ কবি বা সাহিত্যকক আনবিলাকে সম্পূৰ্ণ অনুসৰণ কৰিব নোৱাৰে আৰু কৰিবলৈ যোৱাটো ভুল হব। আমাৰ সমাজৰ উদ্দেশ্যত সৃষ্টিধৰ্মী আৰু কল্যাণমূলক সাহিত্যৰহে অধিক প্ৰয়োজন হৈ পৰিছে।

কলা সংস্কৃতি আমাৰে বস্তু। আমাৰ কাৰণেই ইয়াৰ উৎপত্তি হৈছে। ভাৰতীয় কলা শাস্ত্ৰ ইমান উন্নত আৰু চহকী যে তাত যথেষ্ট সূক্ষ্ম কলা-চাতুৰ্য্য এতিয়াও লুকাই আছে, সম্পূৰ্ণভাৱে পোহৰলৈ অহা নাই। আমাৰ কলাবিদ সকলে এই পৰ্য্যন্ত যিমান দূৰ আগবাঢ়িছে, তাৰ বাবে তেওঁলোক নথৈ ধন্যবাদৰ পাত্ৰ। ভৱিষ্যতেও তেওঁলোকৰ নেৰানেপেৰা চেষ্টাই অসমাপ্ত কাম সমাপ্ত কৰিব বুলি আশা কৰিব পাৰি।

বৰ্তমানে আমাৰ দেশ দুৰ্নীতিৰ পূৰ্ণ গ্ৰাসত। তাৰ কাৰণে আমি জীৱনৰ ছন্দ হেৰুৱাইছোঁ, তাৰ সুৰ পাহৰিছোঁ। কিন্তু কলাই সেই ছন্দ আৰু সুৰ হেৰুৱা নাই, গতিকে দুৰ্দশাগ্ৰস্ত মানুহে আজি সেই কলা-সংস্কৃতিৰ আশ্ৰয় নললে নচলিব। আজি দেশৰ উত্তপ্ত পৰিস্থিতিয়ে অভাৱগ্ৰস্ত জনতাৰ কোঢ়াল বৃদ্ধি কৰি তেওঁলোকৰ হিয়া নিৰস আৰু কঠুৰা কৰি তুলিছে। দুৰ্বহ সাংসাৰিক দুখ দৈন্যৰ বোজা পাতলাবলৈ বা ক্ষন্তেকৰ বাবে মানসিক সুখ-শান্তি লভিবলৈ কোনো উপায় নোহোৱা হৈছে। একমাত্ৰ উপায় সঙ্গীত (নৃত্য, গীত, বাদ্য)। সঙ্গীতে নিৰস সংসাৰক সৰস আৰু কঠিন হিয়াক কোমল কৰিব পাৰে। সঙ্গীত চৰ্চা আৰু নাট্যাভিনয় হৈছে এক সুৰুচিপূৰ্ণ বা মাৰ্জিত মনোভাবৰ পৰিচায়ক। কিন্তু আজি মন কৰিবলগীয়া কথা হৈছে এইটো যে এটা কুৰুচিপূৰ্ণ বা অমাৰ্জিত ফালক সুৰুচিপূৰ্ণ বা মাৰ্জিত



ফাল বুলি যাতে ভুল কৰা নহয়। সকলো চৰ্চাকে আৱশ্যকীয় সীমাৰ ভিতৰত ৰাখিব লাগিব।

সাৱধান নহলে মূল্যবান বস্তু কলুষিত হবলৈ বেচি সময় নালাগে, সেইটো আমাৰ অতৰ্কিতে হব পাৰে। অল্প মূল্যৰ বস্তু কলুষিত হলে আমাৰ বেজাৰ কম, কিন্তু মূল্যবান চিকুণ বস্তু কলুষিত হলে মনে অত্যন্ত ব্যথা পায়। আমাৰ পৰিধেয় কপাহী কাপোৰখনত যদি এটা বেয়া দাগ লাগে আমি প্ৰায় মন নকৰো, কিন্তু ধুনীয়া পাটৰ কাপোৰখনত যদি এটা সামান্য বেয়া দাগ লাগে আমাৰ মন মৰহি যায়। সঙ্গীত আৰু নাট্য শিল্পৰ ক্ষেত্ৰতো তেনেকুৱা কথা। নাৰী মৰ্য্যাদা অক্ষুণ্ণ ৰাখি চলচ্চিত্ৰ জগত আৰু নাট্য-মঞ্চৰ পূৰ্ণ সাফল্য আমাৰ সকলোৰে সৰ্বতোভাৱে কাম্য; তেতিয়া হলে পুৰুষ পক্ষৰো যৌন চৰিত্ৰ তাৰ দ্বাৰাই কলুষিত হবৰ ভয় নাথাকে।

—

'আন্তঃ ৰাষ্ট্ৰীয় মহিলা বৰ্ষ' উপলক্ষে ১৯৭৫ চনত উলিওৱা 'স্ত্ৰীশক্তি' নামৰ আলোচনী খনত প্ৰকাশিত।

# ৰাসলীলাৰ তত্ত্ব কথা

অৱতাৰ আৰু মহাপুৰুষসকলৰ চৰিত্ৰৰ ভিতৰত যিবোৰ সাৰ বস্তু আছে তাক সুস্থ চিন্তাৰে চালি জাৰি উলিয়াব নোৱাৰিলে ঘুণ্ডলাখিনিহে গ্ৰহণ কৰিবলগীয়া হয়। খৃষ্টিয়ান ধৰ্মযাজক সকলে ভগবানৰ পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণৰ চৰিত্ৰক এনেভাৱে বিকৃত কৰি আহিছে যে তাৰ দ্বাৰা অকল তেওঁকেই অৱমাননা কৰা নাই, আমাৰ ধৰ্মৰো প্ৰকৃত মূল্যাঙ্কন হোৱাত বাধা জন্মাইছে। জনজাতীয় লোকসকলক এনেকুৱা ভুল বুজনি দি ৰাখিছে যে তাৰ দ্বাৰাই কৃষ্ণ চৰিত্ৰ আৰু আমাৰ ধৰ্মক হেয় প্ৰতিপন্ন কৰাইছে। ইয়াকে অৱলম্বন কৰি তেওঁলোকে আমাৰ জনজাতীয় সকলক খৃষ্টান ধৰ্মত দীক্ষিত কৰি অসমক এখনি খৃষ্টান ৰাজ্যত পৰিণত কৰোৱাৰ মনোভাব পোষণ কৰিছিল বুলি অনুমান হয়। এই কথালৈ অসমীয়াই অলপো কাণসাৰ কৰা নাই। আমাৰ ওচৰে পাজৰে পিচপৰা জনজাতীয় অঞ্চল বিলাকত জাক-জমকতা পূৰ্ণ গীৰ্জা সজাই নানা আনুষ্ঠানিক কৰ্মৰ মাজেদি সেইসকলক মুগ্ধ কৰি ৰাখিছে। একগোট হৈ থকা অসমীয়াৰ পৰা তেওঁলোকক ফালৰি কটাই ৰখা হেতুকে তেওঁলোক বিভেদগামী হৈ পৰিছে আৰু তাৰ ফলতেই অসম আজি বিভাজিত হব লগা হ'ল।

অসমীয়াই কোনোদিন জনজাতীয় সকলৰ মাজত নিজস্ব ধৰ্ম প্ৰচাৰ কৰাটো ভবা নাই আৰু ভাবিছে যদিও কোনোৱে সেই কামত অগ্ৰসৰ হোৱা নাই। অসমীয়াৰ পক্ষে ই এটা কৰ্তব্যৰ ত্ৰুটি হৈছে। মহাপুৰুষ শঙ্কৰদেৱে সেই সকলৰ মাজতো বৈষ্ণৱ ধৰ্মৰ সোঁত বোৱাই বৃহত্তৰ বৈষ্ণৱ সমাজ গঠন কৰাৰ উদ্দেশ্য ৰাখিছিল। কিন্তু তেওঁৰ সেই সপোন সপোনতে থাকিল। দুৰ্ভাগ্যক্ৰমে তেওঁৰ অনুগামী সকলৰ পক্ষে সি কল্পনাতীত হৈ থাকিল। পিচপৰা অঞ্চলবিলাকক ধৰ্ম প্ৰচাৰৰ মাজেদি নিজ সমাজভুক্ত কৰিব পৰাটো ভাৰতীয় ঐতিহ্যত নতুন কথা নহলেও খৃষ্টিয়ান সকলে তাৰ হুবহু প্ৰমাণ দেখুৱাইছে। এই আদৰ্শ আমাৰ পক্ষেও গ্ৰহণযোগ্য আছিল।

প্ৰচাৰৰ কথা বাদ দিও এতিয়া দেখা যায়, আমাৰ মাজতে ধৰ্মক্ষেত্ৰত



আমাৰ যি যুগমীয়া ভেঁটি আছিল সিও শিথিল হৈ আহিল। ধৰ্ম-চৰ্চাৰ মাজেদি সমাজে নৈতিক আদৰ্শ গ্ৰহণ কৰে। এই চৰ্চা নাথাকিলে নৈতিক আদৰ্শ নোহোৱা হয়। নৈতিক আদৰ্শ নাথাকিলে সমাজৰ অধঃপতন হয়। সমাজৰ অধঃপতন হলে জাতীয়তা লোপ পায়, জাতীয় সংহতি বিনষ্ট হয় আৰু তেতিয়াই জাতিৰ বিলুপ্তি হয়। ধৰ্ম মানে ইয়াত কুসংস্কাৰ বা অন্ধ-বিশ্বাসক ধৰা হোৱা নাই ; প্ৰকৃত ধৰ্মকহে কোৱা হৈছে।

প্ৰকৃত ধৰ্মৰ গ্লানি হলে দুষ্কৃতিৰ বিনাশ আৰু পুনৰ ধৰ্ম স্থাপনাৰ্থে ভগবান অৱতাৰ স্বৰূপে পৃথিৱীত আবিৰ্ভূত হয়। দ্বাপৰ যুগৰ শেষ ভাগত সেয়ে ঘটিছিল। তেতিয়া ভাৰত-ভূমিত ভগবানৰ পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণৰ আৱিৰ্ভাৱ হৈছিল। তেওঁৰ চৰিত্ৰৰ দিশবিলাক আমি সুস্থভাৱে আৰু সূক্ষ্ম-চিন্তাৰে উপলব্ধি কৰিব লাগে। খৃষ্টিয়ান যাজক সকলে তেওঁক চোৰ, লম্পট আৰু দুষ্ট বুলি আখ্যা দিয়ে আৰু আমি তাকে শুনি নীৰৱে ৰহি থাকোঁ। আমাৰ বিশ্বাসত শ্ৰীকৃষ্ণই স্বয়ং ভগবান। ভগবানেই যদি তেনে-কুৱা হবলগীয়া হ'ল তেনেহলে আমাৰ বিশ্বাসৰ মূল্য কিমান ? এইখিনিতে ভগবানৰ তত্ত্বকথা বিচাৰ্য্য যদিও মোৰ এই ক্ষুদ্ৰ প্ৰবন্ধত তাৰ স্থান নাই। কেৱল ইয়াকেই কব খোজোঁ যে যাজকসকলৰ সেই উক্তি তেনেই ভিত্তিহীন, সম্পূৰ্ণ উদ্দেশ্যমূলক আৰু ই অপপ্ৰচাৰ। শ্ৰীকৃষ্ণৰ জীৱন লীলাময়। তেওঁৰ ৰাস-লীলা আদি অধ্যয়ন বা অভিণয়াদি দৰ্শন কৰি আমাৰ মাজৰ কোনোবাই যদি যাজকসকলৰ সুৰতে সুৰ মিলাব খোজে সেইটোহে ভয়ৰ কথা।

বছৰি বছৰি আমি বহু সমাৰোহেৰে ৰাসোৎসৱ পাতি আমোদ-প্ৰমোদত অজস্ৰ ধন ভাগোঁ। এই ৰাস-লীলাৰ ভিতৰত কি গভীৰ তাৎপৰ্য্য নিহিত আছে তাক আমি ভাবি নাচাওঁ। বৈষ্ণৱ ধৰ্মৰ মূল সূত্ৰ ভক্তিবাদ। এই ভক্তি নৱবিধা। শ্ৰৱণ, কীৰ্তন, স্মৰণ, পদসেৱন, দাস্য, সখিত্ব বন্দন আৰু দেহাৰ্পণ। ভগবানে ভক্তৰ পৰা ভক্তি বিচাৰে। ভক্তসকলে এই নৱ-বিধা ভক্তিৰ এবিধ আচৰণ কৰিব লাগে। ভক্ত যদি নাৰী হয় সাধাৰণতে তেওঁ স্বামীৰ যোগেদি ভক্তি দৰ্শোৱাটো ব্যৱস্থা আছে। কিন্তু যদি কোনো যোগ্যবতী নাৰীয়ে স্বামীক বাদ দি নিজে সুকীয়াভাৱে ভক্তি যোগাব খোজে তাত কোনো বাধা নাই। কিন্তু সাধাৰণ নাৰীৰ পক্ষে সি সুসাধ্য নহয়। এনেকুৱা ভক্তি দেহাৰ্পণ বিধৰ হব লাগিব। তেতিয়া স্বয়ং ভগবানৰ লগত তেওঁৰ সম্পৰ্ক হব অৰ্দ্ধাঙ্গিনীৰ দৰে, প্ৰেম হব পৱিত্ৰ দাম্পত্য প্ৰেমৰ দৰে। এই দাম্পত্য প্ৰেমৰ আতিশয্যই অন্তত ভগবৎ প্ৰেমত পৰিণত হব। গোপী-সকলৰ কৃষ্ণ প্ৰেমো এই নিচিনাই আছিল। গোপীসকল সাধাৰণ শ্ৰেণীৰ

নাৰী নাছিল। লোক শিক্ষাৰ বাবে লীলাকাৰ্য্যত সহায়ক হিচাবে ভগবানে লগত লৈ আহিছিল। পুৰুষসকলৰ পক্ষেও সেই প্ৰেম পথ অনুসৰণীয়। তেওঁলোকৰ ক্ষেত্ৰত উৎকট ভগবৎ প্ৰেমৰ চৰম মুহূৰ্তত সি গোপীকাৰ প্ৰেমৰ লগত অভিন্ন হৈ পৰিব।

ৰাস-ক্ৰীড়াত শ্ৰীকৃষ্ণৰ কাম চৰিতাৰ্থ কৰাৰ প্ৰশ্ন নুঠে। তেওঁৰ কাৰ্য্য-কলাপ অলৌকিক বিধৰ আৰু অৱতাৰী পুৰুষৰ কাৰ্য্যকলাপ তেনেকুৱা হবই লাগিব। নহলে ঐশ্বৰিক মহিমাৰ বিকাশ নহয় আৰু ঐশ্বৰিক মহিমাৰ অলৌকিক বিকাশ নহলে জগতক বশ্য কৰিব নোৱাৰে। সেয়েহে হাজাৰ হাজাৰ নাৰীৰ লগত তেওঁৰ সংসৰ্গ হৈছিলঅথচ তৃপ্তি প্ৰদানৰ শক্তি অটুট আছিল। সাধাৰণ মানৱৰ শক্তি সীমিত। তেওঁলোকৰ পক্ষে সি অনুকৰণীয় নহয়। এইখিনিতে মহাপুৰুষ শঙ্কৰদেৱৰ উক্তিয়ে আমাৰ সন্দেহ দূৰ কৰিছে। যথা,

'পৰম ঈশ্বৰে কৰৈ অকৰ্ম।
তেজস্বীত কিছু নাহি অধৰ্ম ॥
সৰ্বভক্ষ্য বহ্নি সবাকো শোষে।
তথাপিতো কিছু নোছোৱে দোষে ॥
ঈশ্বৰৰ নুহি যিটো মূঢ়মতি।
ইকৰ্ম কৰি যাইবে অধোগতি ॥
হৰক দেখি বিষ খায় আনে।
সি জন জানা মৰি যায় প্ৰাণে ॥
জগতবে হৰি পৰম ইশ।
ইকৰ্মে তাহাক কৰিবে কিস ॥'

শঙ্কৰে ৰাস-ক্ৰীড়াক কামজয় বুলি কৈছে। ইয়াক দৰ্শন কৰিলে কাম প্ৰবৃত্তি দমন হয়। স্বৰ্গৰ পৰা দেবতাসকল আহিও ইয়াক দৰ্শন কৰিছিল।

ইটো কামজয় কৃষ্ণৰ কথা।
শুনা নৰদেহা নকৰা বৃথা ॥
গোপী গোপালৰ কাম কেলি ইটো
শুনে ভনে যিটো জনে।
কামক জিনিবে অল্পতে বাঢ়িবে ভকতি
কৃষ্ণত চৰণে ॥
ইটো ৰাস-ক্ৰীড়া কেলি নামে কামজয়।
কৰিলা ভৃত্যৰ পদে কৃষ্ণ কৃপাময় ॥



ৰাস-ক্ৰীড়া শ্ৰীকৃষ্ণৰ শিশুলীলাৰ অন্তৰ্ভুক্ত। শিশুৰ লগত গোপীসকলৰ যৌন-ক্ৰীড়া একেবাৰে অবান্তৰ। অবান্তৰক বাস্তৱত ৰূপায়িত কৰাৰ উদ্দেশ্য আচলতে মানৱৰ মাজত তীব্ৰ ভক্তিবাদ প্ৰচাৰ কৰাটোহে। ই প্ৰকৃত ইন্দ্ৰিয় উপভোগৰ দৃষ্টান্ত নহয়।

ভগবানৰ কৃপা লাভ কৰাটো সহজ কথা নহয়। গোপীসকলেও সহজতে পৰা নাছিল। তেওঁলোকে তেওঁক স্বামী পাবৰ উদ্দেশ্যে কিছুদিন যমুনা পাৰত কঠোৰ কাত্যায়নী ব্ৰত উদ্‌যাপন কৰিব লগা হৈছিল। প্ৰাচীন কালত এনেকুৱা উদ্দেশ্যে ব্ৰত আৰু তপস্যাদি কৰা ভাৰতীয় নাৰী চৰিত্ৰত ভালেমান দৃষ্টান্ত আছে। গোপীসকলৰ এই ব্ৰত সাফল্যমণ্ডিত হৈছিল আৰু শ্ৰীকৃষ্ণই ৰাস-ক্ৰীড়া কৰিবলৈ দিয়া সুবিধাত ই প্ৰতিফলিত হৈছিল। ব্ৰতৰ কালছোৱাত গোপীসকল উলঙ্গবেশে যমুনাত জল-ক্ৰীড়া কৰাত শ্ৰীকৃষ্ণই তেওঁলোকক দোষণীয় কৰিছিল। এই দোষৰ বাবে তেওঁলোকৰ বস্ত্ৰ হৰণ হৈছিল আৰু তাতে দোষৰ প্ৰতিকাৰ হৈছিল।

তদুপৰি ৰাস-ক্ৰীড়াৰ মাজতে শ্ৰীকৃষ্ণ কিছুদিনলৈ অন্তৰ্হিত হৈ গোপী-সকলৰ দৰ্প চূৰ্ণ কৰি তেওঁলোকৰ প্ৰেম-ভক্তিৰ গাঢ়তা প্ৰমাণ কৰিছিল। তাৰ পিছত পুনৰ আবিৰ্ভূত হৈ এইদৰে কৈছিল---

ভকতেসে মোৰ সুহৃদ প্ৰাণ।
যিহেতু নভজো শুনা নিদান ॥
সদায়ে চিন্তোক মোক নপাই।
বিহ্বল যেন ধন হৰুৱাই ॥
তোমৰা সবো মোৰ অৰ্থে আতি।
এৰিলা বেদ-ধৰ্ম যত জাতি ॥
বাঢ়োক তোৰাৰ প্ৰেম ভকতি।
ভৈলো অন্তৰ্দ্ধান এই যুগুতি ॥

এইদৰে নানা ধৰণৰ পৰীক্ষাৰ মাজেদিহে অন্তত তেওঁ গোপীসকলক গ্ৰহণ কৰিছিল। তেওঁৰ মুৰুলী ধ্বনি শুনি গোপীসকল তেওঁৰ ওচৰলৈ লৰি ঢাপৰি আহি উপস্থিত হৈছিলহি। তেওঁৰ মুৰুলী ধ্বনি অকল গোপী-সকলৰ কাৰণেই নহয়, সমূহ মানৱ জাতিকে তাৰ দ্বাৰাই তেওঁৰ ওচৰলৈ টানিছে। প্ৰকৃত ভক্তসকল তেওঁৰ গুণত মুগ্ধ হৈ সেই ধ্বনি অনুভৱ কৰে আৰু তেওঁৰ ওচৰ চাপে। গোপীসকল উপস্থিত হোৱাত তেওঁ যি উপদেশ দিছিল তাৰ পৰা ফুটি ওলাইছে যে তেওঁৰ কাম চৰিতাৰ্থ কৰা উদ্দেশ্য

নহয়। সেই সময়ত তেওঁ তেওঁলোকক নাৰী ধৰ্ম শিকাইছিল। যথা,

'দুৰ্ঘোৰ ৰজনী প্ৰেত পিশাচৰ গতি।
ঐত নাথাকিবা তোৰাসব স্ত্ৰী মতি ॥
তোমাসাক নেদেখিয়া পিতৃ-ভ্ৰাতৃ চয়।
তাসম্বাৰ মনে মহা মিলিব সংশয় ॥
উলটি ব্ৰজক যাহা কান্দে শিশুগণ।
তাসম্বাক প্ৰতিপালি পিয়ায়োক স্তন ॥
উপপতি সমে ক্ৰীড়া গৰিহিত কৰ্ম।
স্বামীৰ শুশ্ৰূষা কুল স্ত্ৰীৰ মহাধৰ্ম ॥
যদিবা আমাক স্নেহে আইলা গোপীগণ।
মোক আৰে দেখিলা সিজিল প্ৰয়োজন ॥
বিদূৰতে থাকি কৰৈ শ্ৰৱণ কীৰ্তন।
বাঢ়ে মোত ভকতি নিৰ্মল হোৱে মন ॥
দেখন্তে শুনন্তে সদা হেলা হোৱে মতি।
জানিয়া গৃহতে থাকি কৰিয়ো ভকতি ॥
কৃষ্ণৰ অপ্ৰিয় বাণী শুনি গোপীগণ।
পাইলেক দুৰন্ত চিন্তা মলিন বদন ॥

স্বয়ং ভগবানক পতি স্বৰূপে লাভ কৰিব পাৰিলে উপপতি গ্ৰহণ কৰা হব নোৱাৰে। ভগবান আৰু জীৱৰ পাৰ্থক্য নাই। 'সৰ্ব্বং খল্বিদং ব্ৰহ্ম।' গতিকে স্বামী আৰু ভগবানৰো পাৰ্থক্য নাই। যেনেকৈ মৃত্তিকা আৰু মৃন্ময় পাত্ৰৰ ভিতৰত দ্বিত্ববোধ আহিব নোৱাৰে তেনেকৈ আত্মা-পৰমাত্মাৰ ভিতৰতো দিত্ববোধ আহিব নোৱাৰে। তদনুসাৰে ভগবান আৰু জীৱৰ ভিতৰতো দ্বিত্ববোধ আহিব নোৱাৰে। এয়ে অদ্বৈতবাদ। এয়ে গীতা ভাগবতৰ বাণী, এয়ে বেদান্তৰ মতবাদ। আমাৰ দাম্পত্য জীৱনৰ বুনিয়াদ এই মতবাদৰ ওপৰত গঠিত হোৱা উচিত। কিন্তু ভগবানক চিনি বুজি নোপোৱা সাধাৰণ নাৰী শ্ৰেণীৰ পক্ষে স্বামীয়ে দেৱতা আৰু স্বামীসেৱাই স্ত্ৰী-ধৰ্ম। সতীত্ব ৰক্ষাৰ মাজেদি তেওঁলোকৰ জীৱনক ভগৱৎমুখী হবলৈ দিছে। ভগবানক মায়া শক্তিৰে সতীত্ব ধৰ্মৰ মৰ্য্যাদা কেনেকৈ ঘোষিত কৰিছে তলৰ পদ কেইফাঁকিতে তাঁক পোৱা যায়। গোপীসকলে ঘৰ-দুৱাৰ, স্বামী-পুত্ৰাদি সকলোকে এৰিঁ থৈ উদ্বাউল হৈ শ্ৰীকৃষ্ণৰ ওচৰ পাইছিল-গৈ। কিন্তু স্বামীসকলে স্ত্ৰীসকলক নিশা নিজৰ ওচৰতে শুই থকা পাইছিল। যথা,

"কৃষ্ণে সমে সবে সমস্ত ৰজনী
ক্ৰীড়ি গোপী মোহ হয়া।
তথাপি গোৱাল সকলে কৃষ্ণক
নকৰে কেহো অসুয়া ॥
গোকুলৰ গোপ জনৰ মনক
মোহিলে কৃষ্ণৰ মায়া।
হাত বুলাই দেখে শয্যাত শুতিয়া
কাছে আছে নিজ জায়া ॥"

তদুপৰি তেওঁৰ ঐশ্বৰিক শক্তিৰ প্ৰভাৱত ৰাস-ক্ৰীড়াৰ সময়ত হাজাৰ হাজাৰ কৃষ্ণ মূৰ্তিৰ উৎপত্তি হৈছিল আৰু এজনা কৃষ্ণই এজনী গোপীৰ লগতহে বিহাৰ কৰিছিল। তাৰপৰা বুজিব লাগিব এক নাৰীৰ এক পুৰুষ। এইদৰে নাৰী ধৰ্মৰ তাৎপৰ্য্য ফুটি ওলাইছে।

গোপীসকলৰ ভগবৎ প্ৰেম নিভাঁজ আৰু পবিত্ৰ আছিল। মুৰুলীধ্বনী শুনা মাত্ৰকে তেওঁলোকে য'ৰে বন ত'তে এৰিলে। গো-দোহন কৰি থকা বিলাকে থিতাতে দুগ্ধ পাত্ৰ এৰিলে। লৰা-ধপৰা কৰোতে কিছুমানৰ দধি ভাণ্ড ভাঙি গ'ল। কিছুমানে স্বামী-পুত্ৰ সকলক ভাত পানী দি থাকোতেই যেনে আছে তেনে দৌৰ দিলে। কিছুমানে শিশুসকলক স্তন খুৱাই থাকোতেই সিহঁতক এৰি থৈ গ'ল। খপ-জপ কৰোতে কিছুমানে চৰণৰ ভুষণ মূৰত লৈয়ো দৌৰিলে, আনকি কিছুমানে আচোৰা চুলিও বান্ধিবলৈ পাহৰিলে। এনেকুৱা অথন্তৰীয়া অৱস্থাৰ কথা কৈ অন্ত কৰিব নোৱাৰি। অত্যন্ত কামোত্তেজনা হলেও সাধাৰণ নাৰীৰ গাত হলে এনেকুৱা অৱস্থা দেখা নাযায়। কেতিয়াও এনেকুৱা ধৈৰ্য্যহীনা আৰু উন্মাদিনী নহয়। গোপীসকলৰ ক্ষেত্ৰত আছিল উৎকট ভগবৎ-প্ৰেমৰ সংমিশ্ৰণ। প্ৰকাৰন্তৰে তেওঁলোকে এনেকুৱা কৰ্মৰ দ্বাৰাই সাংসাৰিক মায়াজাল ভেদ কৰি বিষয় জঞ্জাল পৰিহৰি ত্যাগ আৰু সংসাৰ বৈৰাগ্যৰ জ্বলন্ত দৃষ্টান্ত দৰ্শাই প্ৰকৃত বৈষ্ণৱীৰ পৰিচয় দিছিল। ভক্তিৰ চৰম সীমাত পুৰুষৰো তদ্ৰূপ অৱস্থা ঘটে।

আমাৰ চকুত প্ৰজনন্ কাৰ্য্যৰ দুটি ফাল ধৰা পৰে, মাৰ্জিত আৰু অমাৰ্জিত। সৃষ্টিৰ মূলতো প্ৰজনন কাৰ্য্য। এই কাৰ্য্য ভগবানৰ দান। সৃষ্টি বঢ়াবৰ দৰকাৰ হোৱাত এই কাৰ্য্যই প্ৰধান অৱলম্বন হল। ব্ৰহ্মা, মহেশ্বৰ আদি দেৱগণ আৰু মনু, দক্ষ প্ৰজাপতি প্ৰভৃতি আদি মানৱ গণৰ দ্বাৰাই ভগবানে বংশ বৃদ্ধি কৰাইছিল। তেতিয়া জনসংখ্যা বৃদ্ধি কৰাটো

আৰু এতিয়া জনসংখ্যা হ্ৰাস কৰাটো একে সমস্যা। আদি সমস্যাৰ সমাধান হৈছিল প্ৰজনন কাৰ্য্যৰ উদ্ভাৱনৰ মাজেদি। সেয়েহে সন্তান জন্মক পুণ্যৰ ফালত আৰু সন্তান হীনতাক পাপৰ ফালত থোৱা হৈছিল। 'পুত্ৰাৰ্থে ক্ৰিয়তেভাৰ্য্যা' বোলাৰ তাৎপৰ্য্য এইখিনিতে। 'পুৎ নাম নৰকাৎ ত্ৰায়তে ইতি পুত্ৰ' বোলাৰ আৱশ্যকতাও এইদৰে আহিছিল। লিঙ্গ আৰু যৌন পূজাৰ মৰ্য্যাদাও আহিছে এইদৰে। গতিকে এতিয়া আমি বুজিব লাগিব যে স্বামী-স্ত্ৰীৰ ভিতৰত যি মিলন সুখ সি ভগবান প্ৰদত্ত। মানৱৰ ভগবান প্ৰাপ্তি হলে আত্মা-পৰমাত্মাৰ যেতিয়া মিলন হয় সিও সেই সুখ। এই স্বৰ্গীয় মিলনৰ মাধ্যমেৰে প্ৰজনন কাৰ্য্যৰ উদ্ভৱ হোৱা গতিকে এই কাৰ্য্যক মাজিত ফালত থব লাগিব। কিন্তু যেতিয়া স্বামী-স্ত্ৰী সম্বন্ধ বিহীন মানৱৰ ভিতৰত অবৈধ মিলন ঘটে তেতিয়া সি অমাজিত। ৰাধা প্ৰমুখ্যে গোপীসকল আৰু ৰুক্মিনী প্ৰভৃতি পত্নীগণে জীবদ্দশাতে ভগবানক লাভ কৰি যি সুখ পাইছিল, সি আত্মা-পৰমাত্মাৰ মিলন সুখ। কিন্তু সাধাৰণ চকুত সি অবৈধ আৰু অমাজিত বুলি বোধ হয়। মানৱৰ জন্ম সুখৰ খনিত। মৃত্যুৰ পাচত পুণ্যবানসকল পুনৰায় সেই সুখৰ খনিলৈ প্ৰত্যাবৰ্তন কৰিব পাৰে। গোপীসকলৰ যি আচৰণ সি অভদ্ৰ বা অমাৰ্জিত নহয়। যদি সেই বুলি কোৱাও হয়, তেনেহলে সি বিপৰীতধৰ্মী হব লাগিব। 'হৰি' 'হৰি' বলি সততে উচ্চাৰিত হৈ থাকিলে হৰিৰ নাম লৈ থকা হয়। সেই দৰে 'নাই হৰি', 'নাই হৰি' বুলি উচ্চাৰিত হৈ থাকিলেও হৰিৰ নামকে লোৱা হয়। কাৰণ, হিৰণ্যকশিপু আৰু শিশুপাল হৰি বিদ্বেষী আছিল। তেওঁ লোকে সদায় হৰি নিন্দাৰ যোগেদি হৰিৰে নাম লৈ আছিল। ৰত্নাকৰ দস্যুৱে 'মৰা', 'মৰা' বুলি থাকোতে 'ৰাম' 'ৰাম' উচ্চাৰিত হৈছিল। তাৰ ফলত তেওঁলোকে মৃত্যুৰ পিচত মুক্তি লাভ কৰিছিল। এইটোৱে বিপৰীত ধৰ্ম। তদনুসাৰে গোপীসকলেও কামাতুৰা হৈ কুকৰ্ম কৰা বুলি ধৰিলেও সি বিপৰীত ধৰ্মতহে পৰিণত হব। যথা,

'শুক নিগদতি ৰাজা শুনা মহাশয়।
গোপীকাৰ মোক্ষ দেখি নুহিবা বিস্ময় ॥
দ্বেষ কৰি শিশুপালে লভিল মুকুতি।
বুদ্ধিক নাপেক্ষে মহৌষধিৰ শকতি ॥
বিষ বুলি অমৃতক পিয়ে যিটো নৰ।
নুহিবেক হেন জানা অজৰ অমৰ ॥



যেন তেন মতে মাত্ৰ স্মৰোক সতত।
এতেকে মুকুতি পাৱে কহিলোঁ বেকত ॥

সাধাৰণ লোকৰ পক্ষে বিপৰীত ধৰ্ম সম্ভাব্য নহয়। জন্মত ঐশ্বৰিক হেতু থাকিব লাগিব। গোপীসকলক শ্ৰীকৃষ্ণই তেওঁৰ গাৰ নোমৰ পৰা উৎপন্ন কৰাই তেওঁৰ লীলাত অংশ গ্ৰহণ কৰাবলৈ লগতে লৈ আহিছিল যাতে পৃথিবীত প্ৰকৃত ভক্তিৰ নমুনা লোক শিক্ষাৰ বাবে থৈ যাব পাৰে। শ্ৰীকৃষ্ণই নিজে গীতাত কৈছে,

অনেকচিত্তবিভ্ৰান্তা মোহজাল সমাবৃতাঃ।
প্ৰসক্তাঃ কামভোগেষু পতন্তি নৰকেহশুচৌ ॥

অৰ্থাৎ, নানা বিষয় চিন্তাত বিক্ষিপ্ত-চিত্ত, মোহজালত সমাবৃত, কামভোগত আসক্তহোৱা সকল ক্লেশময় নৰকত পৰে। যিজনা কৃষ্ণই গীতাত কামোপভোগৰ আসক্তিক নিন্দা কৰিছে, সেইজনা কৃষ্ণই আকৌ ৰাস-ক্ৰীড়াৰ মাজেদি তাক কিয় সমৰ্থিত কৰিব? ই তেনেকৈ ভাবোঁতা জনৰহে ভুল আৰু নিশ্চয় অপৰাধতুল্য। ০০০

---

০০০ পশ্চিম বৰিগোগ বৰথলা ধীৰদত্ত উচ্চ ইংৰাজী বিদ্যালয়ৰ ১৯৬৮-৬৯ চনৰ 'নিৰ্ম্মালি'ত প্ৰকাশিত ॥

# শ্ৰীমদ্ভাগৱত গীতাৰ পৰিচয়

গীতাৰ বিষয়-বস্তু উপনিষদৰ আৰু সাৰ-সংগ্ৰহ বেদান্তৰ। গীতা আমাৰ জীৱন-যাত্ৰাৰ পথ। ই শ্ৰীকৃষ্ণৰ মুখৰ বাণী। এই গীতাক কিছু-মানে সমালোচনাৰ দৃষ্টিভঙ্গীৰে মূলতঃ বেদ-ব্যাস কৃত বুলিও কব খোজে। মোৰ বোধেৰে তাক সেই দৃষ্টিভঙ্গীৰে চালে তাৰ শ্ৰী বহুখিনি ম্লান হব।

গীতা অপাৰ জ্ঞান-ৰাশিৰ ভঁৰাল। সেই জ্ঞান-ৰাশি মন্থন কৰাত তাৰ পৰা প্ৰবাহমান অমৃতৰ ধাৰা বহুত শক্তিশালী কলমৰ মুখেৰে নানা দিশলৈ বৈ পৰিছে।

বৰ্তমান সময়ত বিশ্বত যি শান্তি-সৌধ নিৰ্মাণ কৰিবলগীয়া হৈছে তাৰ বাবে আৱশ্যকীয় হাতিয়াৰ কিছুমান এই গীতাৰ ভিতৰত যুগুত হৈ আছে; কিন্তু মানুহে তাক প্ৰয়োগ কৰা নাই। উচ্চ জ্ঞানময়, ধৰ্মময় আৰু ভাৱময় অথচ বিস্তাৰিত উপনিষদৰ সংক্ষিপ্ত সাৰ স্বৰূপ এই গীতা গ্ৰন্থৰ দৰে গ্ৰন্থৰ উৎপত্তি এই পৰ্য্যন্ত আন কোনো দেশত হোৱা নাই। এই গ্ৰন্থত সংসাৰ-ধৰ্ম, জ্ঞান, কৰ্ম, প্ৰেম আৰু ভক্তি-মাৰ্গৰ এনেকুৱা তাত্ত্বিক বিশ্লেষণ হৈছে যে এই শাস্ত্ৰ অপৌৰুষেয় বুলিহে অনুমিত হয়। মনুষ্য-জাতিৰ প্ৰতি যুগোপযোগী প্ৰকৃত ধৰ্মামৃত আৰু চৰম মনুষ্যত্ব উদ্ভাৱন কৰাই গীতাৰ উদ্দেশ্য।

স্বজন-প্ৰীতিৰে মোহাবিষ্ট অৰ্জুনৰ হৃদয়-দৌৰ্বল্য আৰু যুদ্ধ-বিমুখিতা উপস্থিত হোৱাত তেওঁৰ প্ৰাণত উদ্দীপনা-শক্তি সঞ্চাৰিত কৰিবলগীয়া হ'ল আৰু গীতাৰ পাতনি ইয়াতে মেল খালে। শান্তি-সুধাৰ পূৰ্ণ কুম্ভ গীতাৰ উৎপত্তি হল কোলাহলপূৰ্ণ অশান্তিৰ অগ্নিকুণ্ড উত্তপ্ত যুদ্ধ-ক্ষেত্ৰত। ইয়াক আশ্চৰ্য্য নুবুলি স্বভাৱবিৰোধী সত্যতা বুলিহে ধৰিব লাগিব।

অৰ্জুনে যুদ্ধ কৰিলে বাহ্যিক দৃষ্টিত হলেও অন্তৰ্দৃষ্টিৰে চালে সি হত্যা-কাৰ্য্য নহব; কিয়নো সকলোৰে দেহত আত্মা আছে আৰু সি অমৰণ, অভগন। এইদৰে আত্ম-বিচাৰৰ অৱতাৰণা হল।

দ্বিতীয় অধ্যায়ত আত্ম-তত্ত্বৰ ব্যাখ্যা হল। জন্মিলে মৃত্যু আৰু মৰিলে জন্ম নিশ্চিত। এই মৰ্মে জন্মান্তৰবাদ আৰু স্থিতপ্ৰজ্ঞৰ লক্ষণ দৰ্শোৱাৰ ভূমি-



কাৰে জ্ঞানমাৰ্গীয় বিষয়-বস্তুৰ বিস্তাৰিত আলোচনা হবলৈ ধৰিলে। তাত দুই ৰকম কৰ্মীৰ উল্লেখ হল জ্ঞানযোগী আৰু কৰ্মযোগী। অৰ্জুনৰ আধ্যাত্মিক বোধ জগাই শ্ৰীকৃষ্ণই তেওঁক উচ্চৰ পৰা উচ্চতৰ স্তৰলৈ উন্নীত কৰিবলৈ ধৰিলে।

তৃতীয় অধ্যায়ত আহিল কৰ্মযোগ। এই কৰ্মযোগেই আজিৰ দিনত গীতাৰ প্ৰতিপাদ্য বিষয়বিলাকৰ ভিতৰত মুখ্য স্থান পাব। এই অধ্যায়ত মানুহৰ আন এটি শ্ৰেণীৰ দৃষ্টিগোচৰ হয়। সেইটোৱে সংখ্যাগৰিষ্ঠ অজ্ঞৰ শ্ৰেণী। এই শ্ৰেণীটোৰ জ্ঞানযোগীয় আৰু কৰ্মযোগীয় দৃষ্টিভঙ্গী নাথাকিলেও এই দুটা বিষয়ে তেওঁলোকক কৰ্মৰপৰা বিচলিত নকৰিব। সকলো মানুহে সদায় কৰ্ম কৰিব লাগিব। কৰ্ম সন্ন্যাসীসকলে নকৰিলেও হয়; কিন্তু কৰ্ম নকৰাতকৈ কৰাহে ভাল। কৰ্ম নকৰিলে মানুহৰ দেহ ৰক্ষাই নহব।

চতুৰ্থ অধ্যায়ত জ্ঞানযোগ। তাত জ্ঞানযোগ আৰু কৰ্মযোগৰ পাৰ্থক্য বুজোৱাৰ পিচত মুক্তিৰ উপায়ৰ বাবে জ্ঞানৰ শ্ৰেষ্ঠতা আৰু কৰ্মই যে জ্ঞানৰ উপায় সেইটো নিৰূপিত হ'ল। জ্ঞানযোগী আৰু কৰ্মযোগীৰ পক্ষে নিষ্কাম কৰ্মৰ উপদেশ হ'ল আৰু এইটোও চৰ্ত থাকিল যে ব্যক্তিগত ফলৰ কামনাহে পৰিত্যাজ্য। তাৰপৰা বুজিব পাৰি মানৱ-কল্যাণ বা সামাজিক কল্যাণৰ বাবে কৰা কামৰ ফলাশা থাকিব পাৰে। এই মৰ্মে সমাজ আৰু দেশ-সেৱা শাস্ত্ৰানুমোদিত আৰু ধৰ্মকাৰ্য্য নিখুঁতভাৱে পালন কৰিব পাৰিলে সিও মোক্ষ প্ৰাপ্তিৰ উপায় হব পাৰে।

স্বধৰ্মৰ ভেঁটিত কৰা কামক কৰ্তব্য বুলি ধৰা হয় আৰু এই ভেঁটিত কৰ্তব্য কৰাটোও গীতাৰ গুৰু উপদেশ—"স্বধৰ্মে নিধনং শ্ৰেয়ঃ পৰধৰ্মো ভয়াবহঃ।" স্বধৰ্ম ৰক্ষা কৰি কৰ্ম কৰি যাওঁতে যাওঁতে যোগীসকলে এনেকুৱা এটা স্তৰ পাব যে তেতিয়া কৰ্ম-সন্ন্যাস আহি পৰে।

পঞ্চম অধ্যায়ত এই কৰ্মসন্ন্যাস যোগ। কৰ্ম-সন্ন্যাসক কৰ্মত্যাগ বুলি ধৰা হোৱা নাই। অৱশ্যে এই অৱস্থাত কৰ্ম-সন্ন্যাসীসকলে কৰ্ম নকৰিলেও দোষ নহয় আৰু কৰিলেও ফল নাই; কিন্তু নকৰাটো হব নোৱাৰে। তেতিয়া অজ্ঞশ্ৰেণীয়ে তেওঁলোকক অনুসৰণ কৰি কৰ্ম নকৰা হব। অজ্ঞ শ্ৰেণীয়ে কামনাপূৰ্বক কাম কৰে আৰু তেওঁলোকে ফল পায়; কিন্তু সেই ফল সংসাৰ-বন্ধনৰ বাবেহে হব, পাৰলৌকিক সদগতিৰ বাবে নহব; নহলেও নহওক।

কৰ্মজড়িত জ্ঞানৰ বলত যোগীসকলে অগাধ পাণ্ডিত্য লাভ কৰে। এই পাণ্ডিত্যবোধেৰে গোটেই জগত তেওঁলোকৰ আপোন হৈ পৰে আৰু জগতৰ

সকলোৰে প্ৰতি সমদৃষ্টি হয়। তেতিয়া তেওঁলোকৰ মনত প্ৰকৃত সাম্য-বাদ আহি পৰে, তেওঁলোকে ঐহিক জগত জয় কৰে আৰু তেওঁলোকৰ মন ব্ৰহ্মত লিপ্ত হৈ যায়।

ষষ্ঠ অধ্যায়ত যোগাভ্যাসৰ উপদেশ। 'যোগাৰূঢ়' পুৰুষ সাধনাৰ পথত কিছুদূৰ আগবাঢ়ি বিচলিত হব লগা হলেও তেওঁৰ সাধনা বিফলে নাযায়, মোক্ষ-প্ৰাপ্তি নহলেও কিছু ফল পাব। পৰজন্মত অন্ততঃ তেওঁ ধনী বা জ্ঞানীৰ ঘৰত জন্ম গ্ৰহণ কৰি সুখ ভোগ কৰিব। সাধনাৰ কালছোৱাত তেওঁৰ সজ আৰু সাধুকৰ্মই জগতকো উপকাৰ কৰিব।

সপ্তম অধ্যায়ত জ্ঞান-বিজ্ঞানৰ যোগ। ইয়াত শ্ৰীকৃষ্ণই তেওঁৰ নিজ লক্ষণবোৰ ব্যক্ত কৰিছে। তেওঁ যোগমায়াৰে আচ্ছাদিত থকাৰ কাৰণে অজ্ঞ ব্যক্তিবিলাকৰ ওচৰত পৰিজ্ঞাত নহয়। তেওঁক জানিব খুজিলে জ্ঞান-বিজ্ঞানৰ বলত মায়াৰ আচ্ছাদন ভেদ কৰিব লাগিব। ব্ৰহ্ম-বিষয়ক সূক্ষ্ম জ্ঞানেই বিজ্ঞান।

অষ্টম অধ্যায়ত অক্ষৰ-ব্ৰহ্ম যোগ দৰ্শিত হৈছে। ইয়াত অৰ্জুনে ব্ৰহ্ম বিষয়ক কেইটামান কঠিন প্ৰশ্ন কৰে। অক্ষৰ মানে যাৰ ক্ষয় নাই, সেই পৰম ব্ৰহ্ম। জীৱৰ উৎপত্তি ব্ৰহ্ম ভাৱৰ পৰা অৰ্থাৎ তেওঁৰ অংশ ক্ৰমে হৈছে। এই ভাবটোৱে অধ্যাত্ম ভাৱ। জীৱবিলাকৰ উৎপত্তি আৰু তাৰ ক্ৰমশঃ বৃদ্ধি যিহে কৰায় তদ্বৎ দেৱতাৰ উদ্দেশ্যে কৃত দ্ৰব্য-ত্যাগ ৰূপ যজ্ঞাদিকে কৰ্ম বোলা হয়। শ্ৰীকৃষ্ণক পোৱা মানে ব্ৰহ্মক পোৱা, ব্ৰহ্মক পোৱা মানে পৰম-পদ বা পৰমা-সিদ্ধি লাভ কৰা। যদি প্ৰশ্ন হয়—যদি চৰম লক্ষ্য পৰম ব্ৰহ্ম, তেনেহলে শ্ৰীকৃষ্ণক কেলেই? উত্তৰ—শ্ৰীকৃষ্ণৰ মাধ্যমেৰে সাকাৰ, সগুণ ব্ৰহ্মৰ উপাসনা হয় আৰু সকলোৰে পক্ষে ব্ৰহ্মক পোৱা সম্ভৱ হয়। কিন্তু পোনপটীয়াভাবে নিৰাকাৰ, নিৰ্গুণ ব্ৰহ্মৰ উপাসনাৰ মাজেদি তেওঁক পোৱা সকলোৰে পক্ষে সম্ভৱ নহয়; সকলোৰে পক্ষে তেওঁৰ উপলব্ধি সহজ নহয়; গতিকে অনুপলব্ধজনৰ পূজা-উপাসনা কেনেকৈ সিদ্ধ হব পাৰে? যোগী বা সাধকৰ কথা বেলেগ। সেয়েহে ব্ৰহ্ম শ্ৰীকৃষ্ণ ৰূপে মূৰ্তিমন্ত। সেয়েহে মৰণকালতো শ্ৰীকৃষ্ণকহে চিন্তা কৰিবলৈ দিয়া হৈছে। এনেকুৱা চিন্তাধাৰাই ভক্ত-বৃন্দক মূৰ্তি পূজাৰ বাবে প্ৰেৰণা যোগাইছে। এই যুক্তিৰ সপক্ষে পৰৱৰ্তী অধ্যায় বিলাকতো প্ৰমাণ পোৱা যায়।

নৱম অধ্যায়ত ৰাজ-বিদ্যা আৰু ৰাজ-গুহ্য যোগৰ বিষয় কোৱা হৈছে। ৰাজ-বিদ্যাৰ অৰ্থ বিদ্যাবিলাকৰ ভিতৰত ৰজা-সদৃশ; ৰাজ-গুহ্যৰ অৰ্থ গুপ্ত-বিদ্যা বিলাকৰ ভিতৰত ৰজা-সদৃশ। এই যোগত ব্যক্ত কৰা হৈছে



স্বয়ং শ্ৰীকৃষ্ণ কি। তেওঁ কৈছে জগতৰ সকলো তেওঁৱেই। উপনিষদৰ 'সৰ্বং খল্বিদং ব্ৰহ্ম', এই মহাবাক্যটোৰ অৰ্থ তেওঁ স্পষ্ট কৰিছে। তেওঁ কৈছে, তেওঁৰ শক্তি আৰু গুণৰ সীমা নাই; কিন্তু শ্ৰদ্ধা আৰু ভক্তিসহকাৰে সাধাৰণ জল, ফুলাদিৰে কৰা পূজাতো তেওঁ তুষ্ট হয়।

তৃতীয়, অষ্টম আৰু নৱম অধ্যায়ৰ সমন্বয়মূলক তাৎপৰ্য্যৰ দ্বাৰা কিছুমান মানুহৰ এটা ভুল ধাৰণাজনিত মনৰ সন্দেহ আৰু অবিশ্বাস দূৰীভূত হোৱা বাঞ্চনীয়। সেইটো হৈছে, ঈশ্বৰ, দেৱ-দেৱী আৰু তেওঁলোকৰ পূজা উপাসনাৰ সত্যাসত্যতা সম্পৰ্কে। তৃতীয় অধ্যায়ত কোৱা হৈছে, যজ্ঞাদি কৰ্মৰ দ্বাৰা মানুহে দেৱতাবিলাকক ভাৱক আৰু দেৱতাবিলাকেও বৃষ্ট্যাদি দানেৰে মানুহৰ ফালে ভাৱক। পৰস্পৰে পৰস্পৰক ভাৱনা কৰি নিজৰ পৰম শ্ৰেয়ঃ লাভ কৰক। এইদৰে দেৱতা আৰু মানুহক ওচৰা-ওচৰি কৰা হৈছে, স্থানগত হিচাবে নহলেও, অন্ততঃ মনোগত হিচাবে। উভয় ফালৰ মিলন ঘটোৱা হৈছে; স্বৰ্গ মৰ্ত্যক একাকাৰ কৰা হৈছে। শ্ৰীকৃষ্ণৰ বাণী যদি আমি বিশ্বাস কৰোঁ তেনেহলে দেৱতাসকলো যে এক-শ্ৰেণীৰ শ্ৰেষ্ঠ জীৱ তাক বিশ্বাস নকৰোঁ কেনেকৈ! অৱশ্যে সিবিলাকৰ গাত ঐশ্বৰিক অংশ আমাতকৈ অধিকগুণে সৰহ। সেই কাৰণেই তেওঁলোক আমাৰ উপাস্য, সেব্য আৰু নমস্য; তদুপৰি তেওঁলোক আমাৰ ওপৰত প্ৰভাৱশীল আৰু আমি সেইকাৰণেই তেওঁলোকৰ ওচৰত সদায় কৃপা-ভিখাৰী আৰু অনুগ্ৰহ প্ৰাৰ্থী। নৱম অধ্যায়ত তেওঁ কৈছে, যি ভক্তই শ্ৰদ্ধাৰে অন্যান্য দেৱতাক ভজে সি অবিধি হলেও সেই ভজনাই তেওঁকেই পায়; ইয়াৰ পৰা অনুমান কৰিব পাৰি অবিধিজনিত হলেও অজ্ঞ শ্ৰেণীটোৱে অন্যান্য দেৱতাক ভজনা কৰিব পাৰে, কিন্তু লাগিব ভক্তি আৰু শ্ৰদ্ধা। ইয়াৰ পাৰত্ৰিক ফল নহলেও ঐহিক ফল আছে; তেওঁলোকৰ পক্ষে ঐহিক ফল প্ৰয়োজনীয়।

নৱম অধ্যায়ত সাম্য ভাবৰ গুৰুত্ব আকৌ দৰ্শোৱা হৈছে। শ্ৰীকৃষ্ণ নিজেই সকলোৰে প্ৰতি সমভাৱাপন্ন, তেওঁৰ কোনো শত্ৰুও নাই, মিত্ৰও নাই। যিবিলাকে তেওঁক ভক্তি-শ্ৰদ্ধাৰে ভজনা কৰে তেওঁলোক তেওঁতে আৰু তেওঁও তেওঁলোকতে।

দেখা যায়, ভক্তি-শ্ৰদ্ধাহীন পূজা-উপাসনাৰ কোনো ফল নাই। এই-খিনিতে তেওঁ ভক্তিৰ অপাৰ মহিমাৰ যিটো আদৰ্শ দেখুৱাইছে সেইটো আশ্চৰ্য্য যেন লাগে। তেওঁ কয়, দুৰাচাৰ, পাপীষ্ঠয়ো যদি অন্য দেৱতাক এৰি একান্ত ভক্তৰূপে তেওঁৰ শৰণাগত হয় তেওঁ তাকো সাধু বুলি গণ্য

কৰিব আৰু সি শান্তি লাভ কৰিব। হীনযোনিজাত চণ্ডালাদি বা শুদ্ৰ বা নাৰীয়েও যদি তেওঁক সেইভাৱে ভজনা কৰে তেওঁলোকেও পৰমা গতিৰূপ মুক্তি লাভ কৰিব। গতিকে জাতি-বৰ্ণ-লিঙ্গ-নিৰ্বিশেষে সকলোৰে বাবে মুক্তিৰ পথ সমানে প্ৰশস্ত ৰখা হৈছে। এনেস্থলত ক্ষত্ৰিয়-কুলজাত অৰ্জুনৰ পক্ষে সেই পথ ততোধিক প্ৰশস্ত, তেওঁ কয়। অৰ্জুনে নিজক তেওঁৰ ওচৰত সমৰ্পণ কৰি দিয়ক, কৰ্মৰ ফলাশা তেওঁৰ ওপৰত থওক, আৱশ্যকীয় ফল তেওঁ আপোনাআপুনি পাব। এই অধ্যায়ৰ পৰা অৰ্জুন শ্ৰীকৃষ্ণৰ ফালে সম্পূৰ্ণ ভাবে ঢাল খাবলৈ ধৰিলে। ভক্তিৰ গাঢ়তা বৃদ্ধি হোৱাত প্ৰেম-পূৰ্ণ হৃদয়েৰে শ্ৰীকৃষ্ণৰ স্ব-ৰূপ দৰ্শনৰ বাবে ইচ্ছুক হৈ পৰিল।

দশম অধ্যায় আহিল। শ্ৰীকৃষ্ণৰ বিভূতি-দৰ্শনৰ বাবে অৰ্জুনে ইচ্ছা প্ৰকাশ কৰিলে। বুদ্ধি, জ্ঞান, অব্যাকুলতা, ক্ষমা, সত্য, দম, শম, সুখ, দুখ, উৎপত্তি, নাশ, ভয়, অভয়, অহিংসা, সমতা, তুষ্টি, তপ, দান, যশ আৰু অযশ—প্ৰাণী বিলাকৰ এইবিলাক পৃথক পৃথক ভাৱ তেওঁৰ পৰাই উৎপন্ন হৈ থাকে। সত্য আৰু অহিংসা যি আজিৰ দিনত যুদ্ধ-বল বুলি পৰিগণিত আৰু শান্তি প্ৰতিষ্ঠাৰ বাবে প্ৰধান অৱলম্বন বুলি ভবা হৈছে সিও শ্ৰীকৃষ্ণৰ পৰাই উদ্ভৱ হৈছে। বুদ্ধ আৰু মহাত্মা গান্ধীয়ে এই দুবিধৰ মুখ্য সহায়েৰে উদ্দেশ্য সাধন কৰিছিল। এই অধ্যায়ত শ্ৰীকৃষ্ণই কৈছে, তেওঁৰ পৰাই এই বিশ্বৰ উদ্ভৱ—তেওঁৰ মুখত 'সৰ্বং খল্বিদং ব্ৰহ্ম' এই মহাবাক্যৰ আকৌ প্ৰতিধ্বনি। তেওঁৰ বিভূতি-ৰাশিয়ে বিশ্বগত বিভূতি। তাৰ বিচাৰপূৰ্বক তেওঁৰ স্বৰূপ-তত্ত্বৰ মাধুৰ্য্যাস্বাদন কৰাৰ স্থল প্ৰথমে এই অধ্যায়ত, তাৰ-পিচত একাদশ অধ্যায়ত।

এই একাদশ অধ্যায়ত বিশ্ব-ৰূপ দৰ্শন। অৰ্জুনৰ ভক্তিৰ পূৰ্ণতা আহিল। তেওঁ তেওঁৰ মোহ বিনষ্ট হোৱা বুলি কলে। এতিয়া তেওঁ শ্ৰীকৃষ্ণৰ মানৱীয় ৰূপৰ পৰিবৰ্তে ঐশ্বৰিক ৰূপ দৰ্শন পোৱাৰ বাবে কাতৰ হৈ পৰিল। শ্ৰীকৃষ্ণই এই ৰূপ দুই ধৰণে দৰ্শালে ; প্ৰথমে ভীষণ, পিচত সৌম্য। নাম-ঘোষাৰ 'সমস্ত মস্তক-মণি নিজ ভকতৰ বৈশ্য' বোলা বাক্যটিৰ অৰ্থৰ পৰিচয় এই অধ্যায়ত পোৱা হল। প্ৰথমে ভীষণ মূৰ্তি দৰ্শোৱাৰ এটা কাৰণ হল অৰ্জুনৰ মনৰ পৰিবৰ্তন কিবা হয় নে নহয় তাক চোৱাটো। এই মূৰ্তি দৰ্শনৰ পিচত অৰ্জুনৰ হেঁপাহ হল সৌম্য মূৰ্তি দৰ্শনৰ বাবে। শ্ৰীকৃষ্ণৰ আশানুৰূপ ফল হল। অৰ্জুনে পৰমা ভক্তিৰ পৰিচয় দিলে। তেতিয়া তেওঁ সৌম্যমূৰ্তিৰ দৰ্শন পালে আৰু তেওঁৰ অপাৰ আনন্দ হল। এই অধ্যায়ত মূৰ্তিৰেই খেলা। এইদৰে অন্যান্য দেৱতাৰো মূৰ্তিৰ উৎপত্তিৰ



হেতু এইটো বুলি কলে বোধকৰোঁ ভুল নহব।

দ্বাদশ অধ্যায়ত আকৌ ভক্তি-যোগ। অৰ্জুনৰ ভক্তি গাঢ়তৰ হোৱাৰ কাৰণে এই যোগৰ পুনৰায় আৱশ্যক হল। ইয়াত ভক্তি-পূৰ্ণ উপাসনাৰ মাহাত্ম্য দৰ্শিত হল। নিৰ্গুণ ব্ৰহ্মৰ উপাসনাতকৈ সগুণ ব্ৰহ্মৰ উপাসনাৰ সাফল্যত অধিক গুৰুত্ব দিয়া হল। প্ৰকৃত ভক্তৰ লক্ষণসমূহ বৰ্ণোৱা হল। অকল ভক্তিৰ ভিত্তিতে শ্ৰীকৃষ্ণৰ প্ৰীতি সাধনাৰ্থে কৰ্মপৰায়ণ হব পাৰিলে পৰম পদ লাভ হব পাৰে—তেওঁ উপদেশ দিলে।

ত্ৰয়োদশ অধ্যায়ৰ যিটো যোগ ই কঠিন। এই যোগৰ নাম ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞ বিভাগ যোগ। অৰ্জুনক কঠিনৰ পৰা ক্ৰমে কঠিনতৰ জ্ঞানলৈ আগবঢ়াই নিয়া হৈছে। যোগ-সিদ্ধ ব্যক্তিয়ে কিৰূপে আত্মা-সাক্ষাৎকাৰ কৰে আৰু যোগী হলে আত্মাক কিৰূপে চিনিব লাগিব অৰ্জুনক সেই শিক্ষা দিয়া হল।

চতুৰ্দশ অধ্যায়ত গুণত্ৰয়ৰ বিভাগ যোগ। এই গুণ তিনিটা—সত্ব, ৰজ আৰু তম। এই তিনি গুণৰ সাম্যাৱস্থাকে প্ৰকৃতি বোলা হয়। এই প্ৰকৃতিৰ গৰ্ভত পুৰুষ-ৰূপ শ্ৰীকৃষ্ণই তেওঁৰ চিৎ আভাসক জগতৰ বীজৰূপে আধান কৰায়। প্ৰকৃতিৰ গৰ্ভৰ পৰা জগতৰ উৎপত্তি। শ্ৰীকৃষ্ণ জগতৰ পিতা আৰু প্ৰকৃতি মাতা। প্ৰকৃতি জাত গুণানুসাৰে মোটামুটি হিচাবে পৃথিৱীত তিনি শ্ৰেণীৰ মানুহ জন্মিছে— সাত্বিক, ৰাজসিক আৰু তামসিক। সত্বগুণ নিৰ্মল প্ৰকাশক আৰু উপদ্ৰব শূন্য ; এই গুণেই মানুহক জ্ঞানাসক্ত কৰে। ৰজোগুণ ৰঞ্জনাত্মক, তৃষ্ণা আৰু আসক্তি উৎপাদক ; এই গুণে মানুহক কৰ্মশক্তি জন্মাই তাৰ দ্বাৰায় সংসাৰত আবদ্ধ ৰাখে। তমোগুণ অজ্ঞানজাত, সৰ্বজীৱৰ ভ্ৰান্তিজনক, জীৱক আলস্য আৰু নিদ্ৰাৰে আবদ্ধ ৰাখে। দেখা যায় বেচি মানুহৰ গাত কম বেচি পৰিমাণে প্ৰত্যেক গুণৰ একোটি অংশ আৰু কোনোবা এটিৰ বিশেষ অংশ থাকে। তিনিওটা গুণ অতিক্ৰম কৰি জন্ম, মৃত্যু আৰু জড়াৰূপ দুখৰ পৰা বিমুক্ত যোগীয়ে পৰমানন্দ লাভ কৰে আৰু ব্ৰহ্ম ভাৱ লাভৰ যোগ্য হয়। অৰ্জুনে সুধি ললে কি চিহ্নৰ পৰা বুজিব পাৰি যে এই যোগী তিনিও গুণৰ অতীত। শ্ৰীকৃষ্ণই সেইটো বুজাই দি তেওঁক সেই অৱস্থালৈ আৰোহণ কৰালে। এই প্ৰসঙ্গতে শ্ৰীকৃষ্ণই কয় যে তেওঁ ব্ৰহ্মৰ প্ৰতিমা অৰ্থাৎ ঘণীভূত ব্ৰহ্ম। তেওঁৰেই সেই পৰমানন্দ স্বৰূপ। ইয়াৰ পৰা অনুমান কৰিব পাৰি কেনেকৈ নিৰাকাৰ সাকাৰ হৈ পৰে আৰু কিয় মূৰ্তিক প্ৰতিমা বোলা হয়।

পঞ্চদশ অধ্যায়ত পুৰুষোত্তম যোগ। শ্ৰীকৃষ্ণ চৈতন্যময়। ইয়াত জড় আৰু চৈতন্যৰ পাৰ্থক্য আৰু চৈতন্য তত্বৰ প্ৰকাৰ ভেদ কৰা হৈছে। তেওঁ জড়বৰ্গৰ অতীত আৰু চৈতন্য বৰ্গতকৈও উৎকৃষ্ট। সেইকাৰণে তেওঁৱেই পুৰুষোত্তম।

ষোড়শ অধ্যায়ত দৈৱাসুৰ সম্পদ বিভাগ। দৈৱ আৰু অসুৰ এই দ্বিবিধ ভূত সৃজিত হৈছে। প্ৰথম বিধ সজলক্ষণযুক্ত দ্বিতীয়বিধ অসজ লক্ষণযুক্ত। প্ৰথম বিধৰ ধৰ্ম সৃষ্টিমূলক, দ্বিতীয়বিধৰ ধ্বংসমূলক। প্ৰথম বিধ আস্তিক, দ্বিতীয় বিধ নাস্তিক, দুৰ্বৃত্ত আৰু দুৰ্দান্ত। আস্তিক্যৰ ফল স্বৰ্গ, নাস্তিক্যৰ ফল নৰক। অৰ্জুন প্ৰথম বিধৰ।

আসুৰিক চৰিত্ৰৰ লক্ষণ বিস্তাৰিত হিচাবে দেখুওৱা হৈছে। কাম, ক্ৰোধ আৰু লোভ এই তিনিটা নৰকৰ দ্বাৰ-স্বৰূপ। অসুৰ বিলাকৰ প্ৰধান অৱলম্বন এই তিনিটাই। ইয়াৰ বাহিৰেও আন সকলো কু-প্ৰবৃত্তিৰ স্থল সিহঁত।

সপ্তদশ অধ্যায়ত শ্ৰদ্ধা-ত্ৰয়ৰ বিভাগ হৈছে। অৰ্জুনে প্ৰশ্ন কৰিলে যিবিলাকে শাস্ত্ৰ-বিধি উলঙ্ঘনপূৰ্বক অথচ শ্ৰদ্ধাযুক্ত হৈ পূজনাদি কৰে সেই শ্ৰদ্ধা কেনেকুৱা, আৰু তাৰ ফলাফল কি। শ্ৰীকৃষ্ণই কয়, শ্ৰদ্ধা তিনি প্ৰকাৰ--সাত্বিকী, ৰাজসী আৰু তামসী। যেয়ে যি ভাৱাপন্ন হৈ পূজা কৰে তেওঁ তেনেকুৱা ফল পায়। সমস্ত প্ৰাণীৰ প্ৰিয় আহাৰো এই গুন-ভেদে তিনিপ্ৰকাৰ। সেই ধৰণে যজ্ঞ, তপ আৰু দানো তিনিবিধ। ওঁ তৎ সৎ এই তিনিটা ব্ৰহ্মৰ নাম।(১) ওঙ্কাৰ উচ্চাৰণপূৰ্বক বেদবেত্তা সকলৰ শাস্ত্ৰোক্ত যজ্ঞ, দান, তপস্যাদি পূৰ্ণাঙ্গ হয়। (২) তৎশব্দ উচ্চাৰণ কৰি মুমুক্ষুবিলাকে নিষ্কাম যজ্ঞ, দান, তপস্যাদি কৰে। (৩) সৎ আৰু সাধু ভাৱত মাঙ্গলিক কাৰ্য্যকালত সৎশব্দ উচ্চাৰণ কৰা হয়।

ভগবৎ প্ৰীত্যৰ্থে যাবতীয় কৰ্ম সৎ বুলি অভিহিত হয়। অশ্ৰদ্ধা-পূৰ্বক সকলো কৰ্ম অসৎ বুলি কথিত হয়। তেনেকুৱা কৰ্ম ইহকাল পৰকাল উভয়তে নিষ্ফল।

অষ্টাদশ অধ্যায়ত মোক্ষ যোগ। ইয়াত সমস্ত গীতাৰ নিষ্কাম তাৎপৰ্য্য সংক্ষেপে কথিত হৈছে। গীতাই এই মোক্ষ-যোগত সকলো কথা সমাপ্ত কৰাই মনুষ্য জীৱনেও সকলো কৰ্ম মোক্ষ লাভত সমাপন কৰক, তাৰ ইঙ্গিত দিছে।



কি গৃহী-সন্ন্যাসী, কি কৰ্মযোগী--জ্ঞানযোগী, কি পণ্ডিত-মূৰ্খ, কি যোগী-অযোগী সকলোৰে জীৱন-যাত্ৰাৰ পথত গীতা প্ৰধান পাথেয়--সম্বল। ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষৰ সাধনা কৰোৱাটোৱে গীতাৰ তাৎপৰ্য্য। গীতাত কোমল আৰু কঠিনৰ অপূৰ্ব সমাবেশ হৈছে।

গীতাই আমাৰ ভিতৰত চলি থকা কেইটামান দ্বন্দ্বমূলক বিষয়ৰ প্ৰকৃত সন্ধান দিছে। আমি তাৰ সত্যাসত্য নিৰূপণ কৰিব পাৰোঁ। যেনে ঈশ্বৰ, ধৰ্ম, জন্মান্তৰ, কৰ্মফল, দেৱ-দেৱীৰ উৎপত্তি আৰু মূৰ্তি পূজা। গীতাৰ ধৰ্ম উদাৰ আৰু ইয়াৰ ভিতৰত বিশ্ব-ধৰ্মৰ উপাদান নিহিত আছে। ই বহু দেৱ-দেৱী মানিও একেশ্বৰবাদী। ০০০

# বেদ আৰু তন্ত্ৰ অবিৰোধী

'সৰ্বং খল্বিদং ব্ৰহ্ম', অনন্তকোটি বিশ্ব-ব্ৰহ্মাণ্ডৰ মূলত একমাত্ৰ পৰম ব্ৰহ্ম মূলাধাৰ। তেওঁ সৎ, চিৎ আৰু আনন্দ (সচ্চিদানন্দ)। তেওঁ অসীম, অনন্ত, নিৰাকাৰ, নিৰ্গুণ, সৰ্বব্যাপী, সৰ্বশক্তিমান, সৰ্বাতিক্ৰমী ইন্দ্ৰিয়াতীত, ইত্যাদি। তেওঁৰ গুণ আৰু শক্তিৰ সীমা নাই। তেওঁৰ আকৃতি মানুহৰ বোধগম্য নহয়। জ্ঞানীসকলে তেওঁৰ ওপৰত দুটা ভাবৰ সমন্বয় ঘটাইছে। ব্ৰহ্ম আৰু প্ৰকৃতি। ব্ৰহ্মৰ চৈতন্য আছে, কৰ্তৃত্ব নাই। প্ৰকৃতিৰ কৰ্তৃত্ব আছে, চৈতন্য নাই। এই প্ৰকৃতিয়ে ব্ৰহ্মৰ শক্তি বা মায়া। এই শক্তিৰ জৰিয়তে জগৎ সৃষ্ট হৈছে, কিন্তু মূলত ব্ৰহ্ম নাথাকিলে হব নোৱাৰে। আকৌ ব্ৰহ্ময়ো প্ৰকৃতি নহলে কৰিব নোৱাৰে। গতিকে দুয়োৰো অবিনাভাব অৰ্থাৎ এৰাএৰি নাই। উভয় একীভূত হোৱাত চৈতন্য আৰু কৰ্তৃত্ব অব্যাহত হৈ আছে। অবিনাভাবৰ সম্বন্ধটোক যেতিয়া ব্ৰহ্ম হিচাবে ভাবিম তেতিয়া সি পুৰুষ আৰু যেতিয়া প্ৰকৃতি হিচাবে ভাবিম তেতিয়া সি স্ত্ৰী। স্ত্ৰী ৰূপে তেওঁ মায়া বা আদ্যাশক্তি হৈছে। এই আদ্যাশক্তি ব্ৰহ্মৰ শক্তি। শক্তি উপাসনাৰ মাজেদি ব্ৰহ্মৰো উপাসনা হয়। বৈদিক যুগত নানা দেৱতাৰ যোগেদি যজ্ঞাদি কৰ্মত ব্ৰহ্মৰ পূজা উপাসনা হৈছিল। এই দেৱতাবিলাকৰ উৎপত্তি কেনেকৈ হল? দেবতা বিলাক ব্ৰহ্মৰে অভিব্যক্তি। দেৱতা, মনুষ্য, ক্ষুদ্ৰ পোক-পৰুৱাদিৰে সৈতে জীৱ জগৎ আৰু গছ-বিৰিখাদিৰে সৈতে সমগ্ৰ বিশ্বব্ৰহ্মাণ্ড পৰম ব্ৰহ্মৰ অভিব্যক্তিৰ বাহিৰে অইন একো নহয়। ব্ৰহ্ম অসীম, দেৱতাবিলাক সসীম, তেওঁলোক শক্তিমন্ত যদিও, তেওঁলোকৰ শক্তি সসীম। দেৱতা বিলাকক পূজা কৰিলে ব্ৰহ্মক পূজা কৰা হয়। সেই দেখি এই ধৰ্মটো বহু দেৱ-দেৱী মানিও একেশ্বৰবাদী। বৈদিক আৰু তান্ত্ৰিক পূজাৰ পদ্ধতিত কিছু পাৰ্থক্য থাকিলেও মূল উদ্দেশ্য একেটাই। পূজা-ফালৰ পাৰ্থক্য এইখিনিতে যে উভয় পন্থা মুক্তিলাভৰ পথ হোৱাৰ উপৰিও তান্ত্ৰিক বা শক্তি পূজা সাংসাৰিক লোকৰ পক্ষে কামনা-বাসনা লাভৰ বাবেও উপায় বুলি ধৰা হয়।

তন্ত্ৰ শাস্ত্ৰত শক্তি পূজাৰ পদ্ধতি আৰু বিধি-ব্যৱস্থা আছে। শক্তি বা দেৱী-মূৰ্তি বিলাকৰ আধ্যাত্মিক অৰ্থ বুজিব পাৰিলে বৈদিক আৰু শক্তি



পন্থাৰ ভিতৰত যে বিৰোধ হোৱাৰ কোনো কাৰণ নাই সেইটো সহজে অনুমান কৰিব পাৰি। এই সম্পৰ্কত মূৰ্তি কি সেইটোও জানিবলগীয়া কথা। দেৱ-দেৱী বিলাকৰ কাৰকতা, গুণ আৰু শক্তি সীমিত হোৱা গতিকে সিবিলাকৰ আকাৰ বোধগম্য হৈছে। পূজা-উপাসনাৰ বেলিকা যাক পূজা উপাসনা কৰা হয়, তেওঁৰ ওপৰত পূজক (ভক্ত)ৰ চিত্ত সন্নিৱিষ্ট হব লাগিব। তাৰ বাবে এটা উপায় উপযুক্ত আধাৰ। আধাৰ নহলে চিত্ত কেন্দ্ৰীভূত হব নোৱাৰে। তেনেকুৱা হলে মনৰ একাগ্ৰতাত আউল লগাটো সম্ভৱ নহয় জানো? এই আধাৰ যেই সেই বস্তুৰ হব পাৰে কিন্তু মূৰ্তিহে উত্তম আধাৰ হব। কিয়নো, সিবিলাক আমাৰ দৰে অঙ্গ প্ৰত্যঙ্গবিশিষ্ট আৰু ধুনীয়া। পূজক (ভক্ত)ৰ মন আকৰ্ষণ কৰিবলৈ ধুনীয়া মূৰ্তিৰ যথেষ্ট শক্তি আছে।

দেৱ দেৱীয়ে পূজা পালে ব্ৰহ্ময়ো পায়, আগতে কোৱা হৈছে। আচলতে দেৱ-দেৱী আৰু ব্ৰহ্মই পায় নে? তাৰ প্ৰমাণ কি বুলি প্ৰশ্ন উঠিব পাৰে। বৰ জুইকুৰা আৰু তাৰ ফিৰিঙতিৰ ভিতৰত কি সম্পৰ্ক আমি তাক বুজিব পাৰোঁ। পৰমাত্মা আৰু জীৱাত্মাৰো সেই সম্পৰ্ক। ওচৰতে থকা শুকান তৃণাদিৰ ফিৰিঙতি হলেও যেনেকৈ তাৰ এটা দহন-প্ৰৱণতা থাকে আৰু তাক পোৱামাত্ৰকে দপ্‌দপ্‌কৈ জ্বলি উঠি সেই বৰজুইকুৰা হৈ পৰে, তেনেকৈ জীৱাত্মাৰো চিত্তশুদ্ধি, নিষ্ঠা, ঐকান্তিকতা, শ্ৰদ্ধা, ভক্তি ইত্যাদিৰ ফালে এটা সুযোগ প্ৰৱণতা থাকে আৰু সেই সুবিধাবোৰ পালে জীৱাত্মাই পৰমাত্মা হৈ যাব পাৰে। তেতিয়া জীৱাত্মাৰ ভাবনা, ইচ্ছা বা আকাংক্ষা পৰমাত্মাৰ ভাবনা, ইচ্ছা বা আকাংক্ষাৰ লগত একাকাৰ হৈ যায়। সেই দেখি কোৱা হয় 'যাদৃশীৰ্ভাবনা যস্য সিদ্ধিৰ্ভবতি তাদৃশী'। এইবোৰ কথা বিশেষকৈ গুপ্তবিদ্যা (Occult science)ৰ অন্তৰ্ভুক্ত। আমি আজি আধুনিক বিজ্ঞানকহে জানো, গুপ্ত বিজ্ঞানক নাজানো। এই সম্পৰ্কত ঋষি অৰবিন্দই তেওঁৰ সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ The Life Divineত উল্লেখ কৰিছে—"In Egypt and in the east this line of knowledge arrived at greater and more comprehensive endeavour; this ampler maturity can be seen still in tact in the remarkable system of the Tantras'—(অৰ্থাৎ ইজিপ্ত আৰু প্ৰাচ্যত এই দিশৰ অৰ্থাৎ গুপ্ত বিজ্ঞানৰ জ্ঞানে এটা বৃহত্তৰ আৰু ব্যাপক প্ৰয়াসৰ স্তৰ পাইছিলহি। ইয়াৰ প্ৰচুৰতৰ পৰিপক্কতা এতিয়াও প্ৰখ্যাত তান্ত্ৰিক পদ্ধতিত পূৰাকৈ দেখিবলৈ পোৱা যায়।) আধুনিক বিজ্ঞানৰ প্ৰচাৰে এই

গুপ্ত বিজ্ঞানক আজি ঢাকি ৰাখিছে। আধুনিক বিজ্ঞানে দেখুৱাইছে যে যদি ইয়াত বহি 'ফোন' কৰোঁ আৰু যলৈ 'ফোন' কৰোঁ, অতি দূৰণিবটীয়া ঠাই হলেও ততালিকে তাৰপৰা উত্তৰ আহে। চৰ্চা থাকিলে সেইদৰে গুপ্ত বিজ্ঞানেও দেখুৱাব যে ইয়াত বহি যোগ্যতাৰে ভগবানক পূজা উপাসনা কৰিলে ভগবান য'তে থাকক এটা প্ৰতিক্ৰিয়া হব। পুং দেৱতা-বিলাক ব্ৰহ্মৰ আৰু স্ত্ৰী দেৱতাবিলাক প্ৰকৃতি বা দুৰ্গাৰ ৰূপান্তৰ। সিবি-লাকক পূজা উপাসনাৰ মাধ্যমহে বুলিব লাগিব আৰু ব্ৰহ্ম বা দুৰ্গাৰ ওচৰলৈ যোৱা বাটত তেওঁলোকৰ অৱস্থান। গতিকে ব্ৰহ্ম বা দুৰ্গাক পোৱাৰ আগতে পূজা উপাসনাই তেওঁলোকক মাজ বাটতে পোৱাৰ দৰে হয়। তেওঁ-লোকৰ গাতে ঐশ্বৰিকতা বা ঈশ্বৰাংশ অধিক থকাৰ কাৰণে মানুহতকৈ শক্তিশালী আৰু মহিমাময় হব পাৰিছে। সেয়েহে মানুহৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি তেওঁলোকক মুগ্ধ কৰিব পাৰিছে।

দুৰ্গা মূৰ্তিৰ তাৎপৰ্য্য কি ? তাক বুজিব পাৰিলে অভিব্যক্ত জগৎৰূপে পৰম ব্ৰহ্মকে পোৱা যাব। ব্ৰহ্মক যেতিয়া সৃষ্টিকৰ্তা বুলি ধৰিম তেতিয়া তেওঁ ঈশ্বৰ। দুৰ্গা মায়াশক্তিৰ ৰূপান্তৰ। ব্ৰহ্মই জগতৰ সৃষ্টি কল্পনা কৰি নিজৰ চৈতন্যক মায়া শক্তিত আৰোপ কৰিছে। মায়া চৈতন্যপ্ৰাপ্ত হৈ এই সংসাৰ সৃষ্টি কৰিছে। জগতৰ দশোদিশে মায়া অৱস্থান কৰি তাক নিয়ন্ত্ৰিত কৰিছে। এইদৰে মায়া বা দুৰ্গা জগতৰ জন্মদাত্ৰী। সেয়েহে তেওঁ জগন্মাত্ৰী (Divine Mother) হৈ নাৰী মূৰ্তি ধাৰণ কৰিছে। তেওঁৰ দশবাহু দশদিক, দশ-অস্ত্ৰ জীৱাত্মাৰ দশ ইন্দ্ৰিয় আৰু ত্ৰিনয়ন সত্ব, ৰজ আৰু তমোগুণ। অসুৰ ৰিপু, সিংহ জ্ঞান আৰু সৰ্প চৈতন্য স্বৰূপ।

আকৌ কালী মূৰ্তিৰ ভিতৰতো যথেষ্ট আধ্যাত্মিক তত্ব নিহিত আছে। তেওঁ শিৱৰ ওপৰত নৃত্য কৰি তেওঁ যে ক্ৰিয়াশীলা আৰু ব্ৰহ্ম নিষ্ক্ৰিয় তাক বুজাইছে। শিৱ নিষ্ক্ৰিয় গতিকে শৱবৎ পৰি আছে। চৈতন্য স্ব-প্ৰকাশ স্বৰূপ, সেইদেখি শুভ্ৰ। মহামায়া স্বপ্ৰকাশ স্বৰূপ নহয়, চৈতন্যৰ সাহায্যতহে প্ৰকাশ পাইছে, সেই দেখি চৈতন্যৰ ওচৰত তেওঁ অন্ধকাৰ আৰু কালিমা বৰ্ণা। তদুপৰি, তেওঁ ব্ৰহ্মৰ শক্তি ভাব হোৱাত তেওঁতেই বিশ্ব-ব্ৰহ্মাণ্ড অন্তকালত বিলীন হৈ যাব, যেনেকৈ আন সকলো বৰ্ণ কৃষ্ণ বৰ্ণত লীণ হৈ যায়, এই অৰ্থৰ ফালৰ পৰাও তেওঁ কৃষ্ণ বৰ্ণা। শিৱ আৰু তেওঁ ক্ৰমে দিগম্বৰ আৰু দিগম্বৰী। কাৰণ তেওঁলোক স্বকীয় ভাবত সকলোতকৈ বৃহত্তম। গতিকে অইন কি বস্তুৰে তেওঁলোকক আবৃত কৰিব পাৰে ? কালী উলঙ্গিনী। কাৰণ তেওঁ স্বকীয় ভাবত জগতৰ একমাত্ৰ



বস্তু, দ্বিতীয় অইন কোনো নাই। গতিকে কাক দেখি লাজ কৰিব ? তেওঁৰ দক্ষিণ কৰযুগলে ক্ৰমে বৰ আৰু অভয় দান কৰি সত্ব গুণৰ আৰু বাম কৰযুগলৰ অসি আৰু ৰক্তমুণ্ডই ৰজোগুণৰ সূচনা কৰিছে। তমোগুণৰ পৰিচায়ক একো নাই যদিও তেওঁৰ গাত তমোগুণো আছে। তেওঁৰ লোল-জিহ্বা আৰু কৰাল বদনো প্ৰবল ৰজোগুণৰ পৰিচায়ক ; আকৌ হাস্যভাৱে শান্তি আৰু সন্তোষৰ ভাৱ বুজাইছে। ত্ৰিনয়নে ক্ৰমে চন্দ্ৰ, সূৰ্য্য আৰু অগ্নিক বুজাইছে। তেওঁ মুক্তকেশী হৈ সম্পূৰ্ণ বিবেকিণী আৰু ভ্ৰান্তিজ্ঞান বিবৰ্জিতা হোৱাত লাস-বিলাসৰ পৰা আঁতৰত। তেওঁৰ আপাদ-লম্বিত কেশে তেওঁৰ পদতলৰ মাহাত্ম্য আৰু মূল্যত গুৰুত্ব দি তাত সাধকৰ কাৰণে পূজা নিৰ্দেশ কৰিছে। তেওঁৰ মুণ্ডমালা ভাষাৰ মস্তক আৰু তেওঁৰ প্ৰিয় মন্ত্ৰস্বৰূপ পঞ্চাশটি মাতৃকা বৰ্ণৰ মালা। তেওঁলোক উভয়ে শ্মশান-বাসী হোৱাৰ অৰ্থ এইটোৱে যে অন্তত তেওঁলোকেই সকলোৰে একমাত্ৰ বন্ধু আৰু শ্মশান সকলো ভোগ-লালসা শূন্য, বিকাৰ ৰহিত স্থান। ইত্যাদি ইত্যাদি।

কালী দুৰ্গাৰে এক মূৰ্তি। ৰক্তবীজ অসুৰক মাৰিবৰ কাৰণে দুৰ্গাই সেই ৰূপ ধৰিছিল। তেতিয়া তেওঁৰ খোজত পৃথিবী বহি যোৱাত শিৱই বুকু পাতি ধৰিছিল বুলি পুৰাণে কয়। এইদৰে আন আন সকলো দেৱীও দুৰ্গাৰে আন আন মূৰ্তি। সিবিলাকৰ মূৰ্তিৰো জন্ম কথা আৰু আধ্যাত্মিক ব্যাখ্যা আছে।

তন্ত্ৰৰ উৎপত্তিৰ কথা পদ্মপুৰাণত আছে আৰু সেই কথা শঙ্কৰদেৱে কীৰ্তনৰ 'বিষ্ণুৰ সহস্ৰ-নাম-বৃত্তান্ত' নামক অধ্যায়ত উল্লেখ কৰিছে। সৃষ্টিৰ আদি অৱস্থাত যিসকল ঋষি মুনি আৰু মানৱ উপজিছিল তেওঁলোকৰ মন অত্যন্ত ভগবৎমুখী আছিল। তেওঁলোকে স্বয়ং ব্ৰহ্মক পোনপটীয়াভাৱে উপাসনা কৰি অচিৰে তেওঁক লাভ কৰিব পাৰিছিল। গতিকে তেওঁলোকে জন্মৰে পৰা সংসাৰবিমুখ হবলৈ শিকিছিল। তেনে অৱস্থাত জনসংখ্যা বৃদ্ধি হব নোৱাৰিছিল আৰু দেৱতাবিলাকে পূজা উপাসনা নাপাইছিল। তেতিয়া সমূহ দেৱতাকূলে হৰিৰ ওচৰত গোচৰ দিলে। হৰিয়ে তেতিয়া শিৱক মাতি আনি জনসংখ্যা বৃদ্ধি কৰাই আৰু দেৱ-দেৱীৰ পূজা বঢ়াই মানুহক সংসাৰমুগ্ধ কৰি ৰখাৰ দিহা কৰিলে। তেওঁ শিৱক তাৰ বাবে তন্ত্ৰ শাস্ত্ৰ ৰচনা কৰিবলৈ ভাৰ দিলে। তেওঁ নিজেও ভৱিষ্যতে অৱতাৰ স্বৰূপে জন্ম ধৰি নিজে দেৱ দেৱীক পূজা কৰি উদাহৰণ দেখুৱাই আহিব। যেনে ঃ

দ্বাপৰ যুগৰ আদি ত্ৰেতাৰ অন্তত।
অৱতাৰ হৈবোহি আপুনি জগতত ॥ ৬৭
আমাৰ বচনে তুমি হেন কৰিয়োক।
শাস্ত্ৰ কৰি মনুষ্যৰ লোভ বঢ়ায়োক ॥
আগমত দেখায়োক সংসাৰৰ সুখ।
তাক দেখি হোৱে যেন আমাত বিমুখ ॥ ৬৮

তন্ত্ৰ শাস্ত্ৰৰ প্ৰৱৰ্তনত স্বয়ং হৰিৰ উদ্দেশ্য আছে, গতিকে সি বেদ বিৰোধী নহয়। সেই প্ৰমাণ তন্ত্ৰতো আছে, যেনে :

--'আ'গতং শিৱ বক্ত্ৰেভ্যো 'গ'তঞ্চগিৰিজাশ্ৰুতৌ,
'ম'তঞ্চ বাসুদেৱস্য তস্মাদাগমমুচ্যতে।"

তন্ত্ৰশাস্ত্ৰ মহাদেৱৰ মুখৰ পৰা আগত গিৰিজাই শুনিছিল আৰু বাসুদেৱৰো তাত সন্মতি, গতিকে তাক আগম বোলা হয়।

সাধাৰণ তন্ত্ৰত নিম্নলিখিত বিষয়বিলাক আছে--সৰ্গ, প্ৰতিসৰ্গ, মন্ত্ৰ নিৰ্ণয়, দেবসংস্থান, তীৰ্থ বৰ্ণন, আশ্ৰম ধৰ্ম, ভূতসংস্থান, যন্ত্ৰ নিৰ্ণয়, দেবোৎপত্তি, জ্যোতিষতত্ব, পূৰাবৃত্ত, কোষৰ বিষয়, ব্ৰত কথন, শৌচাশৌচ, নৰকবৰ্ণ, স্ত্ৰী-পুৰুষৰ শুভাশুভ লক্ষণ, ৰাজধৰ্ম, যুগধৰ্ম, ব্যৱহাৰ, আধ্যাত্মিকতত্ব ইত্যাদি।

এইবিলাক বিষয়ৰ পৰাও বুজিব পাৰি যে তন্ত্ৰত বেদ বিৰোধী বা মানৱতা বিৰোধী কথা একো নাই। তন্ত্ৰ শাস্ত্ৰৰ সংখ্যা বহুত, মহাতন্ত্ৰ আৰু উপতন্ত্ৰও কিছুমান আছে।

তন্ত্ৰৰ উৎপত্তি-কাল নিৰ্ণয় কৰাত কীৰ্তনৰ উদ্ধৃত বচন ফাঁকিয়ে আমাক সহায় কৰে। ত্ৰেতাৰ অন্ত আৰু দ্বাপৰৰ আদি বুলি কোৱা আছে। সত্যাদি যুগ গণনানুসাৰে কলিযুগৰ পৰিমাণ ১২০০ দিব্যবৎসৰ অৰ্থাৎ ৪৩২০০০ (১২০০×৩০) মনুষ্য বছৰ। মনুষ্যৰ ৩৬০ বছৰ দেৱতাৰ ১ বছৰৰ সমান। গ্ৰন্থ বিশেষত উল্লেখ আছে কলিযুগৰ ৪৩২০০০ বছৰৰ ভিতৰত ১৯৩৮ সম্বৎ (ইং ১৮৮১/৮২, শক ১৮০৩)ত ৪৯৮২ বছৰ অতীত হৈ গৈছে। গতিকে খৃঃ পূঃ ৩১০১ অব্দত কলিযুগ আৰম্ভ হৈছে। তাত দ্বাপৰ যুগৰ পৰিমাণ ৮৬৪০০০ বছৰ আৰু খৃষ্ট জন্মৰ পৰা ১৯৭২ বছৰ যোগ দিলে ৮৬৯০৭৩ বছৰ হয়। অৰ্থাৎ আজিৰ পৰা ৮৬৯০৭৩ বছৰ আগত তন্ত্ৰ শাস্ত্ৰৰ উৎপত্তি হৈছে। তন্ত্ৰ বেদৰ পৰবৰ্তী হব লাগিব। তান্ত্ৰিক পদ্ধতিত যৌগিক ক্ৰিয়া প্ৰধান অৱলম্বন। অকল তন্ত্ৰতে নহয়, উপনিষদ, যোগ দৰ্শন আৰু বৌদ্ধ তান্ত্ৰিকতাবো যৌগিক-ক্ৰিয়া প্ৰধান বস্তু। উপনিষদ যুগত ইয়াৰ চৰ্চা বৃদ্ধি প্ৰাপ্ত হৈছিল। উপনিষদ যুগ জ্ঞান কাণ্ডৰ যুগ আৰু ই জ্ঞানৰ ওপৰত অধিক গুৰুত্ব দি যজ্ঞাদি কৰ্মক আঁতৰাই একমাত্ৰ পৰম ব্ৰহ্মৰ উপাসনাহে গ্ৰহণ কৰিছে। দেৱ-দেৱীক যথেষ্ট আলোচনা কৰি তাক স্বীকাৰ কৰে যদিও তেওঁলোক সাংসাৰিক ভোগ বিলাসৰ বাবে হোৱাত তেওঁলোকৰ মূল্য হ্ৰাস কৰিছে। ইয়াৰ পৰা বুজা যায় যে তন্ত্ৰ উপনিষদৰ পূৰ্ববৰ্তী।



বৰ্তমান যুগত কিছুমানৰ মতে তন্ত্ৰ শাস্ত্ৰ দোষণীয় হৈ পৰিছে। তাৰ কাৰণ কি? বলি বিধানৰ আতিশয্য আৰু কিছুমান কদৰ্য্য প্ৰথা। তাৰ বাবে শাস্ত্ৰ দায়ী বুলি কব নোৱাৰি। মানুহৰ অজ্ঞতা আৰু কালক্ৰমে বাঢ়ি অহা কিছুমান কুসংস্কাৰ হে তাৰ বাবে দায়ী। বলি বিধানৰ প্ৰথা অকল তন্ত্ৰতে নহয়, বৈদিক কৰ্মতো আছে। যতে থাকক সি সীমাৰ ভিতৰত থাকিব লাগিব। মানুহে সীমা অতিক্ৰম কৰে। আনহাতে জীৱহিংসা পাপৰ অন্তৰ্ভুক্ত আৰু তাক শাস্ত্ৰই নিষেধ কৰিছে। বলিৰ অৰ্থ ত্যাগ (Sacrifice), আত্মত্যাগ। ভগৱানে জগৎ সৃষ্টিৰ বাবে যজ্ঞ পাতি নিজকে বলি দিছিল। কিন্তু মানুহ ত্যাগৰ প্ৰকৃত অৰ্থৰ পৰা বহুত আঁতৰি গৈছে।

তান্ত্ৰিক সকলৰ ভিতৰত এটা কৰ্মচাৰী দল আছে। তেওঁলোকে মদ্য মাংসাদি আৰু কিছুমান গোপনীয় প্ৰথাৰে গোঁসানীক পূজা কৰে, আনকি এসময়ত নৰবলিও তাৰ ভিতৰত আছিল। এই প্ৰথাৰ উদ্ভৱ কেনেকৈ হল? এই পূজা তামসিক পূজা। ই শাস্ত্ৰসন্মত হয়নে? প্ৰকৃতিৰ গাত তমোগুণো আছে। তেওঁৰ সৃষ্ট জগততো সি অভিব্যক্ত হৈছে। সেই কাৰণে আদিম অৱস্থাৰ পৰা কিছুমান লোক তমোগুণ বিশিষ্ট হৈ জন্মিছে আৰু সিবিলাকৰ পূজাও তামসিক। প্ৰাক্‌শাস্ত্ৰীয় যুগৰ পৰা তাৰ এটা পৰম্পৰা চলি আছে আৰু শাস্ত্ৰীয় যুগত সম্ভৱ কালিকা পুৰাণ বা আন শাস্ত্ৰৰ দুই এজন কৰ্তাই দেখি থকা পৰম্পৰাৰো কিছু কথা তেওঁলোকৰ শাস্ত্ৰত স্থান দিয়াত অজ্ঞলোকে তাতে গুৰুত্ব দি সেই তামসিক প্ৰথাৰ চৰ্চা বৃদ্ধি কৰিছে। যেহেতু তমোগুণ সকলোৱে বৰ্জনীয়, তামসিক প্ৰথাও সেইদৰে বৰ্জনীয়। তামসিক সকলে পঞ্চমকাৰৰ অৰ্থ যিদৰে কৰে সিয়ো বৰ্জনীয়। আগম সাৰত পঞ্চমকাৰৰ প্ৰকৃত অধ্যাত্ম ভাৱৰ ব্যাখ্যা আছে।

প্ৰকৃতিৰ তামসিক প্ৰভাৱত বেদেই হওক, তন্ত্ৰই হওক বা আধুনিক

বিজ্ঞানেই হওক সকলো ক্ষেত্ৰতে ভাল ফালৰ লগত এটা বেয়া ফালো ক্ৰমে বৃদ্ধি প্ৰাপ্ত হবলৈ ধৰে। শিক্ষা-সংস্কৃতিপূৰ্ণ সভ্যতাৰ যুগ হলেও এই বেয়া ফালটোৱে অতৰ্কিতভাৱে পলুৱে লেটা কুন্দোৱাৰ দৰে ক্ৰমে ক্ৰমে বৃদ্ধিপ্ৰাপ্ত হৈ সময়ত ভাল ফালটোক তেনেই লুপ্ত কৰিবৰ উপক্ৰম কৰে। জ্ঞানী সকল সদায় ইয়াৰ প্ৰতি সজাগ থাকে আৰু সংযম, সাধুতা, ন্যায়, নৈতিকতা আৰু ধৰ্ম পৰায়ণতাদিৰ উৎকৰ্ষ সাধন কৰি সত্বগুণৰ প্ৰভাৱ বঢ়াবলৈ বিচাৰে। নহলে, ধ্বংসৰ পথ সোনকালে আহি পৰিব। ০০

০০ ১৮৯৫ শকৰ বহাগ সংখ্যা 'নতুন প্ৰৱাহ'ত প্ৰকাশিত।

## প্ৰত্যালোচনা :

# হিন্দুধৰ্মৰ উপলব্ধি

প্ৰথম বছৰ, মাঘ, ১ম সংখ্যাৰ 'নতুন প্ৰৱাহ'ত শ্ৰীনগেন হাজৰিকাই 'বিবাহৰ উদ্দেশ্য আৰু তাৎপৰ্য্য' বুলি এটি প্ৰবন্ধৰ অৱতাৰণা কৰি তাত হিন্দুধৰ্ম আৰু সনাতন হিন্দুধৰ্ম কি, সেই বিষয়ে তেখেতৰ একো উপলব্ধি হোৱা নাই বুলি কয়। তেখেতৰ সেই উপলব্ধি কিয় হোৱা নাই আৰু মই তাক কেনেকৈ উপলব্ধি কৰিছোঁ সেই বিষয় দুই চাৰিষাৰ কথাৰে তাৰ এটি আভাস দিব খুজিছোঁ। তেখেতৰ প্ৰবন্ধৰ প্ৰতিবাদ কৰাও উদ্দেশ্য নহয়। কিন্তু তেখেতে হিন্দুধৰ্মৰ ভ্ৰমাত্মক চিন্তাধাৰাৰ স্বৰূপ এটা দাঙি ধৰিছে। এই সম্পৰ্কে যি কেইটি শাস্ত্ৰীয় বচনৰ তেখেতে উদ্ধৃতি দিছে কেৱল তাৰে ভ্ৰমাত্মক চিন্তাধাৰা জন্মাটো একো অসম্ভৱ নহয় আৰু প্ৰকৃত হিন্দুধৰ্মক উপলব্ধি কৰাবলৈ সেয়ে যথেষ্ট নহয়। সেই উদ্ধৃতি কেইটা হৈছে বিষ্ণু-সংহিতা, উত্তৰাঙ্গিম, শ্ৰীমৎভাগৱত, মাৰ্কণ্ডেয়, লিঙ্গ, বায়ু আৰু গৰুড় পুৰাণ, মনুসংহিতা, যোগিনী-তন্ত্ৰ আৰু বেদৰ পৰা দুই-এটি বচন। বিষ্ণুসংহিতাৰ উদ্ধৃতিটোৱে কেৱল তাৰ মহিমা আৰু শ্ৰেষ্ঠত্বখিনিহে ঘোষণা কৰিছে। এনেকুৱা ঘোষণা থকা নানা দেৱতাৰ সম্পৰ্কত আকৌ নানা স্তৱ-স্তোত্ৰও আছে। অকল সিবিলাকে ধৰ্মৰ অৰ্থ বোধগম্য কৰোৱাত বিশেষ সহায় নকৰে। আঙ্গিৰস স্মৃতিৰ উদ্ধৃতিটোৱে ধৰ্মৰ চাৰিটা স্বৰূপ, উপস্থান, ব্ৰতা-দেশ, চৰ্যা আৰু শুদ্ধি আৰু স্বাধিস্থানৰ কৰ্মৰ উল্লেখ কৰিছে ; কিন্তু প্ৰবন্ধ লিখকে সেই বিলাকৰ অৰ্থ ভাঙি দেখুওৱা নাই আৰু ধৰ্মৰ অৰ্থ আছে যদিও তাৰ পৰা ওলাই পৰা নাই। শ্ৰীমৎভাগৱতৰ উদ্ধৃতিটোৱে ব্ৰহ্মা, শিৱ, যমাদি বাৰজনক ধৰ্মৰ মৰ্ম উপলব্ধি কৰোঁতা বুলিছে। এই বাৰজনৰ স্বৰূপ আৰু কাৰ্য্য-কলাপ কি তাক লিখকে দৰ্শোৱা নাই। তাক দৰ্শোৱা হলে তাৰ মাজেদি ধৰ্ম-তত্ব বিচাৰ কৰিব পৰা গলহেঁতেন। তাৰ পিছত লিখকে কিছুমান সংহিতাৰ উল্লেখ কৰি নানা খেলি-মেলিৰ মাজত পৰিছে। এই সংহতিবোৰ স্মৃতিৰ অন্তৰ্ভুক্ত। প্ৰকৃত ধৰ্মৰ উপলব্ধি কৰোৱাত অকল স্মৃতি শাস্ত্ৰই সম্বল হব নোৱাৰে। স্মৃতিৰ যুগটো বৈদিক যুগৰ

বহুত পিছত। স্মৃতি-গ্ৰন্থ বিলাকত সংশ্লিষ্ট যুগৰ প্ৰভাৱ আছে। যুগ পৰিবৰ্তনশীল। পৰিৱৰ্তনৰ লগে লগে গ্ৰন্থবিলাকতো পৰিৱৰ্তিত চিন্তাধাৰাই প্ৰাধান্য বিস্তাৰ কৰে। এই কাৰণেই বৈদিক যুগ, ব্ৰাহ্মণ-যুগ, উপনিষদ-যুগ আৰু সূত্ৰ-যুগৰ ভিতৰত আদৰ্শৰো হেৰফেৰ ঘটিছে। এই কাৰণেই নানা ঋষিৰ নানা মত বুলি কথাটোৰ উৎপত্তি হৈছে। নানা মতবাদৰ ভিতৰত যি পৰিমাণ ঐক্য আছে আৰু যি ঐক্য সদায় আছিল, সদায় আছে আৰু সদায় থাকিব আৰু তাকে লৈ যিটো ধৰ্ম ৰূপায়িত হৈছে সেয়ে সনাতন হিন্দুধৰ্ম। অকল স্মৃতি-শাস্ত্ৰই ধৰ্মৰ এই সনাতন-ৰূপ বোধগম্য কৰাব নোৱাৰে। তাতে আছে ধৰ্মীয় দৃষ্টি ভঙ্গীৰে কৰা ব্যৱস্থাসমূহ আৰু তাৰ বাবে পালনীয় আচাৰ-বিচাৰ আৰু নিয়ম নীতি। সেই ব্যৱস্থাসমূহৰে আমাৰ নিত্য নৈমিত্তিক কৰ্ম, জাত কৰ্ম, নাম কৰ্ম, উপনয়ন, বিবাহ, ব্ৰত, শ্ৰাদ্ধ, পূজা উপাসনা, যাগ-যজ্ঞ, শান্তি-স্বস্ত্যয়ন আৰু অন্ত্যেষ্টি ক্ৰিয়াদি নিয়ন্ত্ৰিত হৈছে। থোৰতে কব লাগিলে, এই ব্যৱস্থাবিলাক সমাজ ব্যৱস্থা। সিবিলাকেই ধৰ্মৰ চৰম সীমা (end) নহয়; তাক পোৱাবলৈ উপায়হে (means to the end)। হাজৰিকাই কয়, "পঞ্চম শতাব্দীৰ পিছত কেইজনমান গণিতজ্ঞৰ বাহিৰে হিন্দুৰ চিন্তাধাৰা কোনো দিন সুস্থ নহয়। সেই চিন্তাধাৰাৰ ওপৰত নিৰ্ভৰ কৰি নিৰ্দিষ্ট সিদ্ধান্ত গ্ৰহণ কৰিব নোৱাৰি।" এই যুগটো আমাৰ ঐতিহাসিক যুগ—বহুত পিছৰ যুগ। প্ৰাক্-ঐতিহাসিক যুগতেই হিন্দু ধৰ্মই গঢ় লৈছে। প্ৰাক্-ঐতিহাসিক যুগতেই গীতা হেন পৃথিৱী বিখ্যাত ধৰ্ম গ্ৰন্থ আৰু মহাভাৰত, ভাগৱতাদি শাস্ত্ৰ ৰচিত হৈছে। ঐতিহাসিক যুগৰ ডাঙৰ কাম দৰ্শনৰ ক্ষেত্ৰত। বেদান্ত দৰ্শন আৰু শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদে এই যুগত হিন্দু ধৰ্মৰ ক্ষেত্ৰত মহৎ বৰঙনি যোগাইছে। হাজৰিকাই যি সিদ্ধান্ত গ্ৰহণ কৰিব খুজিছে, তাকে কৰিবলৈ হ'লে বৈদিক যুগৰ পৰা শঙ্কৰাচাৰ্য্যৰ যুগলৈ ধাৰাবাহিক দৃষ্টি পেলাব লাগিব। ধৰ্মীয় উন্নতিৰ পদ্ধতি ক্ৰমবৰ্দ্ধমান।

দ্বিতীয়তে হাজৰিকাই সংহিতাসমূহৰ সংখ্যাৰ ওপৰত মনোযোগ দিছে। সংখ্যা যিয়েই হওক তাৰ সিদ্ধান্তই ধৰ্মোপলব্ধি কৰাব নোৱাৰে। তাৰ পিছত তেখেতে কেইটামান স্মৃত্যুক্ত বচনৰ উদ্ধৃতি দি ভাষাগত অসামঞ্জস্য দেখি মূল গ্ৰন্থও যে বিশ্বাসযোগ্য নহয় সেইটো দেখুৱায়। কিন্তু এই অসামঞ্জস্যবোৰ নাথাকিলেও সেই কেইখন মূল গ্ৰন্থই প্ৰকৃত ধৰ্মক বোধগম্য কৰাব নোৱাৰে। 'মনু'ৰ বৰ্ণনাত শাস্ত্ৰবোৰৰ যি ওলট-পালট কথা, তালৈ চাই 'মনু' কি বস্তু তাক তেখেতে বুজিবলৈ টান পাইছে। কিন্তু আনহাতে



সঠিক ভাবে কয়, 'মনু' মানুহ নহয়, স্বয়ং ভগৱান—কিন্তু নাৰায়ণ নহয়। তেখেতে আকৌ কয়, "মনুসংহিতা ভগৱান মনুৰ শ্ৰীমুখৰ বাণী; কিন্তু সেইবুলি মনুসংহিতাৰ ৰচক বা প্ৰযোজক মনু নহয়, ভৃগুহে"। 'মনু' সম্পৰ্কে তেখেতে এই পৰ্য্যন্ত ঠিকেই কৈছে। তৃতীয়বিধ 'মনু'ৰ কথাহে তেখেতে কোৱা নাই, সেইজন ব্ৰহ্মাৰ পুত্ৰ 'মনু' যিজন মানৱ-জাতিৰ আদি পুৰুষ আৰু যাৰ নামানুসাৰে মানৱ হৈছে। 'মনু'ৰ অৰ্থ তিনি প্ৰকাৰে হব। বুজা যায়, মূল সংহিতা আৰু ধৰ্ম শাস্ত্ৰবিলাকে তেখেতৰ মনত আউলহে লগাইছে। মই কব খোজোঁ, এই আউল নালাগিলহেঁতেন, যদিহে তেখেতৰ বৈদিক যুগৰ পৰা আজিলৈ ৰচিত ধৰ্ম-শাস্ত্ৰৰ বিচাৰৰ মাজেদি হোৱা এটি আগতীয়া ধৰ্মোপলব্ধি থাকিলহেঁতেন।

শেষত হাজৰিকাই ঋগ্বেদৰ ১০ম মণ্ডল বিচাৰ কৰিছে আৰু গোটেই মণ্ডলটো প্ৰক্ষিপ্ত বুলি কৈছে। যদি সেয়ে হয়, তেনেহলে পৰৱৰ্তী বেদ আৰু পৰৱৰ্তী শাস্ত্ৰসমূহৰ বহু অংশ বাদ দিব লাগিব, কিয়নো সেইবিলাকৰ লগত এই ১০ম মণ্ডলৰ অবিচ্ছেদ্য সম্পৰ্ক আৰু মিল আছে। তেতিয়া বেদৰ গাঁথনি নষ্ট হৈ যাব আৰু হিন্দু ধৰ্মৰ ভেঁটি শিথিল হৈ থৰক্-বৰক্ কৰিব। ই প্ৰক্ষিপ্ত নহয়, তেখেতে অনুমানেৰে কৈছে, প্ৰমাণ-সিদ্ধ নহয়। তেখেতৰ আপত্তি ১০ মণ্ডলৰ ৯০ম সূক্তৰ মাজৰ এটি অংশত। সেইটো হৈছে—

ওঁ তং যজ্ঞং বৰ্হিষি প্ৰৌক্ষন্ পুৰুষং জাতমগ্ৰতঃ।
তেন দেবা অযজন্ত সাধ্যাশ্চ ঋষয়শ্চ যে ॥ ৭
ওঁ যৎ পুৰুষং ব্যদধুঃ কতিধা ব্যকল্পয়ন্।
মুখং কিমস্যাসীৎ কিং বাহূ কিমূৰুপাদ্য উচ্যেতে ॥১১
ওঁ ব্ৰাহ্মণোহস্য মুখমাসীৎ বাহূ ৰাজন্যঃ কৃতঃ।
উৰু তদস্য যদ্বৈশ্যঃ পদ্ভ্যাং শূদ্ৰো অজায়ত ॥১২

ইয়াত এটা যজ্ঞ সম্পাদনৰ কথা আছে। সকলোতকৈ আগেয়ে জন্মা 'পুৰুষ'জনে এই যজ্ঞ কৰিছিল। দেৱতাবিলাক, যিবিলাক সাধ্যা আৰু ঋষি আছিল, সিবিলাকে 'পুৰুষ'ৰ দ্বাৰাই এই যজ্ঞ কৰাইছিল। সেই পুৰুষক খণ্ড খণ্ড ৰূপে কল্পনা কৰি কাটিছিল আৰু তাৰে আহুতি দিছিল। মুখ কি হল? বাহু, উৰু আৰু ভৰিক কি বুলি কোৱা হল? ব্ৰাহ্মণ মুখ আছিল, ক্ষত্ৰিয়ক বাহু কৰা হল। বৈশ্য যি সেয়ে উৰু, ভৰি দুখনৰ পৰা শূদ্ৰ জন্মিল।

হাজৰিকাৰ আঁসোৱাহ এইখিনিতে যে ভগৱানকো বলি দিয়া হৈছে। মই বুজিছোঁ, দেৱতাবিলাক ভগৱানৰ পৰা অন্য (others) নহয়, অনন্য (not others)। ভগৱানে নিজে নিজক বলি দিছে। এয়ে ত্যাগ (sacrifice) বা যজ্ঞ। এই যজ্ঞৰ পৰাই মানৱৰ উৎপত্তি হ'ল। ভগৱানে এই ত্যাগৰ আদৰ্শ মানৱ জাতিৰ কাৰণে থৈ দিলে। এয়ে মানৱ ধৰ্ম। এইদৰে বৈদিক যুগ আৰু পৰৱৰ্তী যুগতো যজ্ঞ-সম্পাদন মানৱৰ মুখ্য কৰ্ম আছিল। আকৌ হাজৰিকাই আপত্তি কৰে যে যজ্ঞৰ আগত যদি মানুহেই নাছিল ঋষি সকল ক'ৰ পৰা আহিল। ঋষিসকল মানুহহে। মই বুজোঁ, ঋষিৰ তিনি প্ৰকাৰ--ঋষি, মহৰ্ষি আৰু দেৱৰ্ষি। যজ্ঞ সম্পাদনৰ আগতে সৃষ্টিৰ আদিত ভগৱানৰ সঙ্কল্পৰ পৰা সাতজন মহৰ্ষি, তাৰ আগত চাৰিজন আৰু চৈধ্যজন মনুৰ জন্ম হোৱাৰ প্ৰমাণ পোৱা যায়, যেনে--

'মহৰ্ষয়ঃ সপ্ত পূৰ্বে চত্বাৰো মনবস্তথা।
মদ্ভাবা মানসা জাতা যেষাং লোক ইমাঃ প্ৰজাঃ ॥'
(গীতা--১০ম অধ্যায়, ৬ষ্ঠ শ্লোক)

পৰম ব্ৰহ্ম আৰু দেৱতাৰ একত্ব বুজিবলৈ অদ্বৈতবাদ দৰ্শন লাগিব। তৃতীয় শাৰীৰ শেষত 'ব্যকল্পয়ন্' শব্দ আছে। হাজৰিকাই এই শব্দৰ অৰ্থ 'কল্পনা কৰা' বুলি নধৰি 'জন্ম হোৱা' বুলি ধৰি নিজৰ মত ঠাৱৰাব খুজিছে। কিন্তু তাৰ তলৰ চতুৰ্থ শাৰীৰ শেষত 'উচ্যতে' শব্দৰ অৰ্থৰ লগত খাপ খুৱাব লাগিলে 'কল্পনা কৰা' অৰ্থই হব লাগিব। নহলে 'উচ্যতে' নহৈ 'জায়তে' হৈ বাক্যটো তদনুসাৰে নহল কিয় ? তদুপৰি, 'ব্যদধুঃ' শব্দৰ অৰ্থৰ লগতহে 'ব্যকল্পয়ন্' শব্দৰ অৰ্থগত মিল বেছি আছে। ইয়াৰ পিছত তেখেতে অন্যান্য গ্ৰন্থৰ পৰাও যিবিলাক বচন উদ্ধৃত কৰি 'কল্পনা কৰা' অৰ্থৰ ঠাইত অন্য অৰ্থ কৰিছে, তাতো 'কল্পনা কৰা' অৰ্থৰ পৰা হাত সাৰিব নোৱাৰি। যেনে, (মনু ১, ১০২)--'কল্পনা কৰা' অৰ্থই হব, কিয়নো কোনো গ্ৰন্থ বা শাস্ত্ৰ ৰচনা কৰাৰ আগতে কল্পনা লাগিবই। (লিঃ পুঃ ৩, ৯)--পলক, নিমেষ, কলা, মুহূৰ্ত ইত্যাদিবোৰক কল্পনাৰেহে বুজিব লাগিব, চকুৰে দেখা বস্তু নহয়। (লিঃ পুঃ ৯০, ২)--'পৰিকল্পয়েৎ' ক্ৰিয়াৰ পিছত আনটো ক্ৰিয়া 'আলিখেৎ'। আগৰ ক্ৰিয়াটোৰ অৰ্থ পাছৰ ক্ৰিয়াটোৱে টানি নিছে। (বায়ুঃ পুঃ ৬, ৩২-৩৩)--প্ৰথম 'প্ৰকল্পয়' ক্ৰিয়াৰ অৰ্থ দ্বিতীয় 'প্ৰকল্পয়িত্বা' ক্ৰিয়াই 'কল্পনা কৰা' অৰ্থ বলবানহে কৰিছে। পাছৰ সমাপিকা ক্ৰিয়া 'সসৰ্জ' আৰু 'সিসৃক্ষু'ই 'কল্পনা কৰা' অৰ্থ নিজৰ অৰ্থলৈ টানি নি সিটো অৰ্থ লোপ কৰিছে। (বায়ুঃ পুঃ ৬১, ৩)--'পুত্ৰমকল্পয়ন্--উৎপাদন কৰা



অৰ্থ থাকিলেও তাত 'কল্পনা কৰা' অৰ্থও নিহিত আছে। কাৰণ পুৰণি কালত পুত্ৰ নাথাকিলে পিতৃৰ এটা চিন্তাৰ বিষয় হোৱাত মনত কল্পনা অহাতো স্বাভাৱিক আছিল। (মাৰ্কণ্ডেয় পুঃ ৩৯, ৪)--ইয়াতো সৃষ্টিৰ আগতে 'কল্পনা থকা' অৰ্থটো অযুক্তিকৰ নহয়। (যোগিনীতন্ত্ৰ ১, ৪, ৮)--ইয়াত 'কল্পনা কৰা' অৰ্থ সম্পূৰ্ণ অটুট আছে। এতিয়া হাজৰিকাই প্ৰশ্ন তুলিব পাৰে যে, যদি আগৰ ক্ৰিয়াটোৰ অৰ্থ পিছৰ ক্ৰিয়াটোৱে টানি নিয়ে আৰু সৃষ্টিৰ আগত কল্পনা থাকে তেনেহলে পুৰুষসূক্তৰ বচনটিৰ বেলিকা সেই যুক্তি নাখাটে কিয় ? মই কওঁ, তাৰ শব্দ গাঁথনিয়ে সেই যুক্তি নিদিয়ে। কাৰণ 'ব্ৰাহ্মণস্য মুখমাসীৎ' বোলোতে 'মুখম্' আৰু 'আসীৎ' তেনেই ওচৰা ওচৰি হোৱাত মুখ্য সম্বন্ধ স্পষ্ট হৈ পৰিছে। 'বাহূ ৰাজন্যঃ কৃতঃ' বোলোঁতে 'বাহূ ৰাজন্যঃ' আৰু 'কৃতঃ'ৰ সম্বন্ধও তেনেকুৱা হৈছে। 'উৰুতদস্য যদ্বৈশ্যঃ' বোলোতে 'যৎ' আৰু 'তৎ' শব্দই তুলনামূলক গুৰুত্ব দেখুৱাইছে।

হাজৰিকাই এই যুক্তিৰ বিৰুদ্ধে যদি থিয় দিয়ে তেনেহলে তেখেতে প্ৰাচীন স্মৃতিকাৰসকলে কৰি থোৱা মীমাংসাটোকে গ্ৰহণ কৰা ভাল হব। তেখেতে যি আঁসোৱাহ দেখুৱাইছে সেইটো ওলাবৰ সম্ভাৱনা শাস্ত্ৰকাৰসকলে আগতে বুজি পাই কেতিয়াবাই এটা সিদ্ধান্ত কৰি থৈছে। সেইটো হৈছে, 'জন্মনা জায়তে শূদ্ৰঃ সংস্কাৰাৎ দ্বিজ উচ্যতে'।--অৰ্থাৎ জন্মৰ সময়ত সকলো শূদ্ৰ, সংস্কাৰ-কৰ্মইহে দ্বিজত্বলৈ তোলে। ইয়াৰ তাৎপৰ্য্য, জন্মত সকলো সমান, উচ্চ, নীচ নাই। কৰ্মৰ গুণতহে মানুহ তেনেকুৱা হয়।

হিন্দু ধৰ্মৰ শাস্ত্ৰীয় বচন বিলাকৰ ভিতৰত কিছু খেলিমেলি থকাটো স্বাভাৱিক। ইয়াৰ উৎপত্তি অনাদি কালৰ আদি অৱস্থাত আৰু মূল হৈছে বেদ। বেদ মানে এখন দুখন পুথি নহয়, বহুত পুথিৰ এটা পুথি ভঁৰাল। বেদে লিপিবদ্ধ অৱস্থা পোৱাৰ আগতে শ শ বছৰ অতিবাহিত হৈ গৈছিল। এনেকুৱা সুদীৰ্ঘ কালছোৱাত সি মানুহৰ মুখে মুখে চলি আহিছিল। মানুহে তাক উপৰি-পুৰুষসকলৰ মুখৰ পৰা শুনি শুনি মনত ৰাখিছিল। সেই দেখি তাৰ নাম 'শ্ৰুতি'। শুনোতে বা ইজনৰ পৰা সিজনলৈ মুখে মুখে চলি আহোঁতে কিছুমান যে ভুল নহৈছিল তাক কোনেও দাঠি কব নোৱাৰে। 'শ্ৰুতি'ৰ আয়তন বৰ বেছি আৰু ই অলেখ ঋষি মুনিৰ শ্ৰুতিৰ মাজেদি বাগৰি অহা বস্তু। যেতিয়া ই লিপিবদ্ধ হবলৈ ধৰিলে এজনৰ দ্বাৰা একে সময়তে হোৱা নাছিল। বেলেগ বেলেগ ঋষি মুনিয়ে বেলেগ বেলেগ সময়ত বেলেগ অংশ লিখি উলিয়াইছিল। একেখন বেদৰে কেইটামান ভাগ যদি এজনে এক সময়ত লিখিছিল, তাৰ অৱশিষ্ট ভাগ আন এজনে লিখি উলিওৱালৈকে

মাজতে সময়ৰ ব্যৱধান কেতিয়াবা কেতিয়াবা বৰ বেছি আছিল। যুগৰ ব্যৱধানে মানুহৰ মনত চিন্তাধাৰাৰ পৰিবৰ্তন ঘটোৱাটো সম্ভৱপৰ। সেই কাৰণে বেলেগ বেলেগ যুগৰ লিখনিৰ মাজত একোটা কথাৰ সম্পৰ্কতে বিভিন্ন মনোভাব নিহিত থাকিব পাৰে। বহুদিনৰ শুনা কথা লিপিৱদ্ধ কৰোঁতে ভুলক্ৰমে ঠায়ে ঠায়ে মূলৰ পৰা আঁতৰি যোৱাটোও হব পাৰে। বৈদিক যগৰ পৰৱৰ্তী কালৰ শাস্ত্ৰবিলাকতো এনেকুৱা ভুল-ভ্ৰান্তি থাকিব পাৰে। সেই বুলি বেদ বা অন্যান্য শাস্ত্ৰ বিলাকৰ পৰা সত্য উদ্ধাৰ কৰা কেতিয়াবা কষ্টসাধ্য হলেও অসাধ্য নহয়। অসামঞ্জস্য আৰু অনৈক্যৰ মাজৰ পৰাও সামঞ্জস্য আৰু ঐক্য বিচাৰি পোৱা যায়। তাৰ বাবে লাগিব অধ্যয়ন আৰু গৱেষণা। শাস্ত্ৰবিলাকৰ সামঞ্জস্য আৰু ঐক্যৰ বৰ্তমানতাই অধিক।

হিন্দু ধৰ্মৰ উপলব্ধি হব লাগিলে পহিলাতে বেদ, ব্ৰাহ্মণ, উপনিষদ আৰু দৰ্শনৰ জ্ঞান অত্যাৱশ্যকীয়। সেই জ্ঞানে প্ৰথমতে পৰম ব্ৰহ্মৰ উপলব্ধি কৰাব পাৰে। পৰম ব্ৰহ্ম (ঈশ্বৰ)ৰ উপলব্ধি নহলে ধৰ্মোপলব্ধি হোৱা টান। ঈশ্বৰ উপলব্ধি হোৱাৰ পিছত শাস্ত্ৰবিলাকে, সৃষ্টিতত্ব, মানৱ-তত্ব, সামন্তক-বাদ আৰু কৰ্মফল আদিৰ বোধ জন্মায়। তাৰ পিছত স্মৃতি, ভাগৱতাদি পুৰাণ, মহাভাৰত, গীতা, ৰামায়ণ আদি অধ্যয়ন যোগ্য। এই অৱস্থাতে সংহিতা আৰু ধৰ্ম-শাস্ত্ৰবিলাক পঢ়িলে তাৰ পৰা ধৰ্মোপলব্ধিও হয়। ০০০

০০০ ১ম বছৰ (১৮৯৪ শকৰ) 'জেঠ সংখ্যা' 'নতুন প্ৰবাহ' মাহেকীয়া আলোচনীত প্ৰকাশিত প্ৰবন্ধৰ সম্পাদিত ৰূপ।

# ভাৰতীয় আৰ্য্যসকল বহিৰাগত নহয়

অসম সাহিত্য সভাৰ ১৯৬৬ চনত প্ৰথম প্ৰকাশিত 'অসমীয়া সংস্কৃতি' নামৰ নাতিবৃহৎ পুথিখনিৰ ভূমিকাৰ আৰম্ভণিতে লিখা হৈছে, "নৃতাত্বিক সকলৰ মতে ভাৰতবৰ্ষত কোনো মানৱৰ আদিম সৃষ্টি হোৱা নাই। বৰ্ত-মানে ভাৰতবৰ্ষত বাস কৰা জাতিসমহৰ আদিম পূৰ্বপুৰুষে এই দেশৰ মাটিত মানুহ ৰূপ ধাৰণ কৰা নাছিল।" (পৃষ্ঠা '১১)। বাক্য দুটি দ্ব্যৰ্থক নহয়। অৰ্থ এইটোৱে হব যে বৰ্তমান ভাৰতীয় জাতিসমূহৰ পূৰ্বপুৰুষ সকলৰ জন্ম এই দেশত হোৱা নাই, তেওঁলোক সকলো বহিৰাগত। এইটো এটা নতুন আৰু ভাৰতীয় সংস্কৃতি বিৰোধী কথা যেন লাগিছে। যি ভাৰতত জগৎ স্ৰষ্টা ব্ৰহ্মা, পালন কৰ্তা বিষ্ণু আৰু সংহাৰ কৰ্তা মহেশ্বৰৰ ক্ৰমে সৃষ্টি, স্থিতি আৰু লয় সম্পৰ্কীয় কথাৰে ভৰি আছে, যি ভাৰতত নানা ঋষি-মুনি, আদি-মানৱ মনু আৰু বংশধৰ সকলৰ পুৰুষানুক্ৰমে জন্ম আৰু কাৰ্য্যকলাপ বিলাকৰ কাহিনী আজিও জল্ জল্ পট্ পট্ হৈ আছে, যি ভাৰতত জগৎ সৃষ্টিৰ দিনৰে পৰা পদ্ম-কল্প আৰু ব্ৰহ্ম-কল্প বাদেও বৰাহ কল্পৰ গত ১৯৭২৯৪৯০৬৬ বছৰ আৰু তাত অন্তৰ্ভুক্ত সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলিযুগৰ ৪৩৫০০০০ বছৰীয়া মুঠ সংখ্যা আৰু তাৰ বাহিৰেও যি বিলাকৰ নিজা নিজা বছৰ সংখ্যাৰ নিৰ্ভুল গণনা আবহমান কালৰেপৰা চলি আহিছে আৰু যি ভাৰতৰ প্ৰাচীনত্ব বিষয়ত পৃথিবীৰ আদি দেশ বুলি নকলেও আন আন প্ৰাচীনতম দেশ, যেনে চীন, ইজিপ্ত, ইৰাক, বেবিলন বা চুমাৰ ইত্যাদি দেশৰ লগত ই সমসাময়িক বুলি বিদেশী পণ্ডিতসকলৰো দ্বিধাহীন মত, সেই ভাৰত সম্বন্ধে এনেকুৱা উক্তি অকল অশোভনেই নহয়, ব্যাঘাতজনক বুলিও ভাবোঁ।

অৱশ্যে সম্পাদকদ্বয়ে নৃতাত্বিক সকলৰ মতে বুলি কৈছে। সেইসকল নৃতাত্বিক কোন নাম দিয়া নাই। এইখিনিতে 'Ancient India and Indian Civilization' নামৰ এখনি আধুনিক পুৰাতাত্বিক গ্ৰন্থৰ পৰা ভাৰত-বৰ্ষৰ মানুহৰ বিষয়ে এটি মত দাঙি ধৰিলোঁ। এই গ্ৰন্থৰ বিষয় বস্তুৰ অধ্যয়ন আৰু প্ৰণয়নত কেবা গৰাকী পাশ্চাত্য পণ্ডিত জড়িত আছে। তাত কোৱা হৈছে, 'India', Pitard says, 'was never an uninhabited

land, over which a flood of comparatively late civilizations was to flow with the first races to occupy it ...from the quaternary onwards the soil of India, has been trodden by the foot of man'. পিটাৰ্ডে কয়, ভাৰতবৰ্ষ কেতিয়াও মানুহৰ অনধ্যুষিত দেশ নহয়, যি দেশৰ ওপৰেদি তুলনামূলক হিচাবে প্ৰথম দখলকাৰী জাতি বিলাকৰ সৈতে পিচৰ সভ্যতাবিলাকৰ বান প্ৰবাহিত হব লগা হৈছিল। ...'কোৱাটাৰ্ণাৰি' যুগৰ পৰাই ভাৰতৰ মাটি মানুহৰ পদপিষ্ট হৈ আহিছে।

ইয়াত 'Quaternary' শব্দটো লক্ষ্য কৰিবলগীয়া। ই এটা ভূ-তাত্বিক বিজ্ঞানৰ শব্দ। পৃথিবী উৎপত্তি হোৱা এছোৱা কাল আছে। তাৰ গঠনকাৰ্য্য পূৰা হোৱালৈকে বহুত বছৰ অতিবাহিত হৈছিল। এই গঠন কাৰ্য্যক কেবাটিও স্তৰত ভগোৱা হৈছে। 'Quaternary' শব্দটোৱে পৰবৰ্তী স্তৰ এটাৰ অংশ বিশেষক বুজায়। আমাৰ ভাৰতীয় প্ৰাচীন গ্ৰন্থৰ মতে এই স্তৰ গঠিত হোৱা কালছোৱাক বৰাহ কল্পৰ শেহতীয়া কালছোৱা বুলি কব পাৰি।

উক্ত "অসমীয়া সংস্কৃতি"ৰ আন এটি প্ৰবন্ধ হৈছে অমলানন্দ ঘোষৰ 'ভাৰতৰ আদি সংস্কৃতি' (পৃষ্ঠা ৩৬৯)। তাৰ আৰম্ভণিত কোৱা হৈছে, "পৃথিবীৰ আন আন ঠাইৰ নিচিনা ভাৰততো অতি পুৰণি কালত এক লাখ অথবা কেবালাখ বছৰৰ আগতে মানুহৰ উদ্ভৱ হৈছিল।" এই কথা সঁচা। মনুৰ পুত্ৰ প্ৰিয়ব্ৰত প্ৰথম ৰজা। তেওঁৱেই প্ৰথমে সসাগৰা পৃথিবীত ৰাজত্ব চলাইছিল। তেওঁ মানুহ আছিল আৰু তেওঁৰ নামটোৱে কয় তেওঁ ভাৰতীয় আৰু ভাৰতত জন্মিছিল। তেওঁৰ সময় সত্যযুগ অৰ্থাৎ আজিৰ পৰা গত ২১৬৫০০০ বছৰৰ আগৰ ফালে। তেওঁৰ পিচত তেওঁৰ বংশৰ কেবাজনো ৰজা ভাৰতত জন্ম গ্ৰহণ কৰি ৰাজত্ব কৰি গৈছে। ত্ৰেতা যুগত অৰ্থাৎ আজিৰ পৰা গত ৮৬৯০০০ বছৰৰ আগৰ ফালে শ্ৰীৰামচন্দ্ৰ জন্মিছিল আৰু ভাৰতত ৰাজত্ব কৰিছিল। তেওঁৰ আগত তেওঁৰ পূৰ্বপুৰুষৰ বহুত ৰজাই ক্ৰমান্বয়ে ভাৰতত বা পৃথিবীত ৰাজত্ব কৰি গৈছে। তেওঁৰ বংশটোৱে ভাৰতৰ প্ৰসিদ্ধ সূৰ্য্য বংশ। তাৰ পিচত দ্বাপৰ যুগত অৰ্থাৎ আজিৰ পৰা গত ৮৬৯০০০ বছৰৰ ভিতৰত শ্ৰীকৃষ্ণৰ জন্ম আৰু তেওঁৰ কাৰ্য্যকলাপ আৰু লীলা খেলা। শ্ৰীকৃষ্ণৰ ঔৰষত আৰু পৃথিবীৰ গৰ্ভত নৰকাসুৰৰ জন্ম হয়। তেওঁ বিদেহৰ ৰজা জনকৰ ঘৰত প্ৰতিপালিত হৈ ডাঙৰ দীঘল হয়। তেওঁ প্ৰাগ্-জ্যোতিষপুৰত ৰজা হয়। গুৱাহাটীৰ নৰকাসুৰ পাহাৰে



আজিও তেওঁৰ পৰিচয় দি আছে। শেষত অলেখ চন্দ্ৰ বংশীয় ৰজাই ভাৰতত ৰাজত্ব কৰাৰ পিচত সেই বংশজাত কৌৰৱ পাণ্ডৱ সকলৰ সময় আহে আৰু কুৰুক্ষেত্ৰৰ ৰণাঙ্গনত তুমুল যুদ্ধ লাগে। এইদৰে ভাৰতত জন্ম ধৰি ভাৰতত ৰাজত্ব কৰা অলেখ ৰজা-মহাৰজাৰ নাম কৈ অন্ত কৰিব নোৱাৰি। ৰজা আৰু ৰাজ্য থাকিলে প্ৰজাও থাকে, প্ৰজা মানে জনসাধাৰণ। প্ৰজাবিলাকৰ জন্ম ভাৰতত নহৈ আনদেশত হব পাৰে নে?

তদুপৰি নাৰদ, ভৃগু, বশিষ্ঠ প্ৰভৃতি অলেখ ঋষি মুনি কোন অতীতৰো অতীতত জন্ম ধৰিছিল, তাক নিৰ্ণয় কৰিব নোৱাৰি ; তথাপি তেওঁলোকৰ বংশধৰসকলে আজিও গোত্ৰ পৰম্পৰাৰ মাজেদি নিজৰ পৰিচয় দিয়া নিয়ম চলি আছে।

পশ্চিম ভাৰতৰ কোল, মুণ্ডা, গণ্ড, ভীল, চাওঁতাল প্ৰভৃতি, অসমৰ বড়ো, কছাৰী, মিছিং, মিকিৰ, গাৰো, নগা, অঁকা, চুতীয়া, আদি প্ৰভৃতি নানা শ্ৰেণীৰ জনজাতীয় লোক পাহাৰ-ভৈয়াম উভয়তে ভৰি আছে। বহু কেইটা গোষ্ঠী ভাৰতৰ আদিমবাসী বুলিহে পৰিগণিত হৈ আছে। এই সত্যত অসত্যৰ সনাপোতকা এই পৰ্য্যন্ত হোৱা নাই। অনেক লেখক আৰু নৃ-তাত্বিকে তেওঁলোকৰ কেবাটিকো ভাৰতৰ আদিমবাসী বুলিহে দেখুৱাই আহিছে। তেওঁলোকৰ আখ্যান, উপাখ্যান আৰু জনশ্ৰুতি বিলাকেও তাকে কয়।

ভাৰতৰ দ্ৰাবিড় সভ্যতা আৰ্য্য সভ্যতাতকৈও পুৰণি বুলি কোৱা হয়। এতিয়া ভূমিকাকাৰৰ এই কথা গ্ৰাহ্য কৰিলে তেওঁলোককো বহিৰাগত বুলি কব লাগিব, কিন্তু তাৰ কোনো প্ৰমাণ নাই।

আমি যিফালে চকু দিওঁ সেই ফালে ভাৰতত যে মানৱৰ আদিম সৃষ্টি আছে তাৰেহে প্ৰমাণ পাওঁ, নথকাটোৰ কোনো প্ৰমাণ নাই। এই খিনিতে আমি কব খুজিছোঁ যে ভাৰতীয় আৰ্য্যসকলো খাচ ভাৰতীয়, ভাৰততে তেওঁলোকৰ জন্ম, ভাৰততে আছে আৰু বহিৰাগত নহয়। এই কথা বঙালী ঐতিহাসিক গৱেষক 'পৃথিবীৰ ইতিহাস' প্ৰণেতা ৺দুৰ্গাদাস লাহিড়ীয়ে তেখেতৰ গভীৰ সমালোচনাপূৰ্ণ গ্ৰন্থাৱলীৰ 'ভাৰতবৰ্ষ' খণ্ডত বিশদৰূপে আলোচনা কৰা বুলি জানিব পাৰিছোঁ ; কিন্তু সেই গ্ৰন্থাৱলী আমাৰ হাতত নপৰাত তেখেতে এই সম্পৰ্কত কি যুক্তি আগবঢ়াইছে তাক কব নোৱাৰি মনৰ আগ্ৰহ মনতে মাৰ নিয়াইছোঁ। কিন্তু উপলব্ধিৰ ঐক্য সুত্ৰেৰে বান্ধ খাই এইখিনিতে তেখেতক সুঁৱৰি থলোঁ। ইংৰাজে ভাৰতবৰ্ষ দখল কৰাৰ পিচত তেওঁলোকে এই দেশৰ পুৰাতাত্বিক অনুসন্ধানৰ কামত লাগে। তেওঁলোকে ইউৰোপৰ

আন আন পণ্ডিতৰ সহযোগিতাত গোটেই পৃথিবীতে এই অনুসন্ধান চলাই-ছিল। সেই সময়তে তেওঁলোকে ইউৰোপ আৰু এচিয়াৰ কেইটামান ভাষা আৰু সেই ভাষাভাষী সকলক 'ইণ্ডো-ইউৰোপীয়ান' (Indo-European) নামেৰে এক গোষ্ঠী ভুক্ত কৰিছে ; এই গোষ্ঠীৰ এটা শাখা খৃঃ পূঃ পঞ্চদশ শতিকাত মধ্য এচিয়াৰ পৰা ভাৰতলৈ আৰু আন এটা শাখা ইউৰোপলৈ যোৱা বুলি এটি সিদ্ধান্তত উপনীত হৈ পুৰাতাত্বিক গ্ৰন্থত তাক লিপিবদ্ধ কৰিছে আৰু তেতিয়াৰ পৰা মানুহৰ মাজত এই বিশ্বাস চলি আহিছে। আৰু ভাৰতীয় পুৰাতাত্বিকসকলেও চকুমুদি এতিয়ালৈ সেই মত অনুসৰণ কৰি আহিছে। ভাৰত বুৰঞ্জীত এই বহিৰাগত শাখাৰ মানুহক ইংৰাজীত Aryan (এৰিয়ান) বোলা হয়। কিন্তু ভাৰতীয় লেখকসকলে এই শব্দৰ অনুবাদ 'আৰ্য্য' কৰি আজিলৈ এইদৰে ব্যৱহাৰ কৰি আহিছে। এই বিষয় পিচত আকৌ উল্লেখ কৰা হব।

এতিয়া আমাৰ বক্তব্য এই যে ভাৰতত আদিম যুগৰে পৰা মানুহ আছে আৰু তাত মানৱৰ আদিম সৃষ্টি আছে। তাৰ শেষ পৰিণতি এটা দেখিবলৈ পাওঁ আৰু সেইটো হৈছে সিন্ধু উপত্যকাৰ সভ্যতা। সেইটো হল, ভাৰতীয় আৰ্য্য (Aryan নহয়) সকল একাদিক্ৰমে হাজাৰ হাজাৰ বছৰ সিন্ধু উপত্যা-কাত উৎপত্তি কালৰে পৰা বসতি কৰাৰ ফলত। এই সভ্যতাই সময়ত গৈ এটা উচ্চ স্তৰ পালেগৈ। সেই সময়টো হৈছে খৃঃ পূঃ ৫০০০ৰ পৰা খৃঃ পূঃ ২৫০০ বা তাতোকৈ বেচি। এই সভ্যতা আৰু তাৰ সময়টোৰ প্ৰশ্নৰ বেলিকা ঐতিহাসিক আৰু পুৰাতাত্বিকসকল প্ৰায় একমত। তথাপি উদাহৰণ স্বৰূপে তলৰ মত কেইটি দৰ্শালো ঃ--

(১) ভাৰত বুৰঞ্জীৰ ফালৰ পৰা যেনে, (ক) A highly civilized community lived in the upper and lower Indus Valley as early as 3000 B. C. খৃঃ পূঃ ৩০০০ৰ লগে লগে ওপৰ আৰু নামনি সিন্ধু উপত্যকাত এটা অতি সভ্য জাতি বাস কৰিছিল। (খ) The excavations on the side of Taxila have added to our knowledge of the Kushan dynasty and those of Mohenjodaro and Harappa have unfolded before us the Indus Valley civilization and taken history to remove past. তক্ষশীলাৰ খনন কাৰ্য্যই কুশাণ বংশৰ জ্ঞান বৰ্দ্ধিত কৰিছে আৰু মহেঞ্জোদাৰো-হৰাপ্পাৰ খনন কাৰ্য্যই আমাৰ আগত সিন্ধু উপত্যকাৰ সভ্যতাক মুক্ত কৰি দি বুৰঞ্জীক সুদূৰ অতীতলৈ লৈ গৈছে।



(২) ওপৰত উল্লেখিত Ancient India and Indian Civilization'ত পোৱা যায়, "In any case we can safely say that even before the Aryan conquest, north western India was in contact with Mesopotamian Power." যি কোনো অৱস্থাতে আমি নিৰাপদে কব পাৰোঁ যে আনকি এৰিয়ান বিজয়ৰ আগতে উত্তৰ পশ্চিম ভাৰত মেচোপোটেমিয়া শক্তিসমূহৰ সংস্পৰ্শত আছিল।

এই মেচোপেʼটেমিয়া শক্তিৰ উত্থানকাল খৃঃ পূঃ ৪০০০। উত্তৰ পশ্চিম ভাৰতে সিন্ধু উপত্যকাক বুজাইছে। গতিকে এই খৃঃ পূঃ ৪০০০ সময়টোৱে সিন্ধু উপত্যকাৰ সভ্যতাৰ সময়ক বুজায়।

(৩) অধ্যাপক মেক্‌ডনেলৰ ৰচিত- 'History of Sanskrit Literature ত পোৱা যায়, যে "All previous estimates of the antiquity of the Vedic period have been outdone by the recent theory of professor Jacobi of Bonn, who supposes that the period goes back to atleast 4000 BC" বনৰ অধ্যাপক জেকবিৰ নতুন মতবাদে বৈদিক যুগৰ প্ৰাচীনত্ব সম্পৰ্কীয় আগৰ সকলো নিৰূপণক চেৰ পেলাইছে ; তেওঁ অনুমান কৰে যে বৈদিক যুগৰ কালছোৱা অন্ততঃ খৃঃ পূঃ ৪০০০ লৈ পিছুৱাই যায়।

উল্লেখিত এই সময়টোৱে সিন্ধু উপত্যকাৰ সভ্যতাৰ যুগ। এই যুগ-টোকে বৈদিক যুগ বোলা হৈছে ; গতিকে বুজাত একো টান নাই যে সিন্ধু উপত্যকাত আৰ্য্য সকলে বেদ চৰ্চা কৰিছিল ; গতিকে আৰ্য্য যুগ মানে বৈদিক যুগ।

(৪) 'Mystic Philosophy of the Upanishads' নামৰ গ্ৰন্থখনিত লেখকে স্বৰ্গীয় বি, জি, তিলকৰ মত দাঙি ধৰিছে, যেনে—"It is therefore clear that the age of the Vedic literature of the *kormakanda* may be fixed with a high degree of probability between 4500 B. C and 2500 B. C (or perhaps between 6000 B. C and 2500 B. C)"--সেইদেখি এইটো স্পষ্ট যে কৰ্মকাণ্ডীয় বৈদিক সাহিত্যৰ কাল অতিপাত সম্ভাৱনাৰে খৃঃ পূঃ ৪৫০০ আৰু খৃঃ পূঃ ২৫০০ৰ ভিতৰত।

এই বৈদিক সাহিত্যৰ কালেই সিন্ধু উপত্যকাৰ সভ্যতাৰ কাল। ইয়াতো এই যুগত বৈদিক চৰ্চা আনকি কৰ্ম-কাণ্ডমূলক যজ্ঞাদি কৰ্মকো সূচনা কৰে। এইজনা পণ্ডিতৰ মতে সময় খৃঃ পূঃ ৬০০০ লৈ গৈছে।

(৫) স্বৰ্গীয় ডঃ যোগীৰাজ বসুৱে তেওঁৰ অমৰ গ্ৰন্থ, India of the Age of the Brahmanas' ত লেখিছে যেনে— "We can then satisfactorily account for all the opinions and traditions current about the age of the Vedas amongst ancient and modern scholars in India and in Europe, if we place the period at about 4000 B. C in strict accordance with the astronomical references and facts recorded in the ancient literature of India." ভাৰত আৰু ইউৰোপৰ প্ৰাচীন আৰু আধুনিক পণ্ডিত সকলৰ মাজত থকা বৈদিক যুগ সম্পৰ্কে যিবিলাক মতামত আৰু পৰম্পৰা চলি আছে সেই সকলো বিলাকৰ সন্তোষজনক কাৰণ আমি দৰ্শাব পাৰো যদিহে জ্যোতিবিজ্ঞানৰ উল্লেখ আৰু প্ৰাচীন ভাৰতীয় সাহিত্যত লিপিবদ্ধ বাস্তৱ ঘটনা বিলাকৰ যথাৰ্থ অনুসৰণ পূৰ্বক বৈদিক যুগ খৃঃ পূঃ ৪০০০ ত ৰাখো।

এইজনা পণ্ডিতে এই খৃঃ পূঃ ৪০০০ সময়টো স্থিৰ কৰিবলৈ যাওঁতে নানা দিশৰ কথা সমিল মিল কৰি সামঞ্জস্য ৰক্ষা কৰিছে। গতিকে ই বিশ্বাসযোগ্য নহৈ নোৱাৰে। এইটোক বৈদিক যুগ বুলিহে ধৰা হৈছে ; সিন্ধু উপত্যকাৰ সভ্যতাৰ যুগো যদি এইটো, তেনেহলে সিন্ধু উপত্যকাত আৰ্য্য সকলে বৈদিক চৰ্চা কৰাটো স্পষ্ট কথা। সেই সময়ত ভাৰতৰ আন ঠাইত এনেকুৱা সভ্যতাৰ উৎপত্তি বা বেদ চৰ্চাৰ দ্বিতীয় উদাহৰণ পোৱা নায়ায়। গতিকে সিন্ধু উপত্যকাৰ সভ্যতাৰ যুগটো বৈদিক যুগ।

(৬) শেষত, সিন্ধু উপত্যকা আৰু পাৰস্যক সাঙুৰি যিটো অঞ্চল আছে তাৰ ঠায়ে ঠায়ে চলি থকা খনন কাৰ্য্যবিলাকে যিবিলাক সামগ্ৰী উলিয়াইছে সিবিলাকে এই অঞ্চলত এনেকুৱা এটা সভ্যতাৰ পৰিচয় দিয়ে যাৰ সময় খৃঃ পূঃ ১০০০০ (দহ হেজাৰ) লৈও যাব পাৰে। গতিকে সিন্ধু-উপত্যকাৰ সভ্যতাৰ লগত সি জড়িত থাকিব পাৰে, সি ইটোৰ পূৰ্ববৰ্তী ৰূপ হবও পাৰে। তেতিয়া সিন্ধু উপত্যকাৰ সভ্যতাৰ যুগ খৃঃ পূঃ ১০০০০ (দহ হেজাৰ) লৈও পিছুৱাই যাব।



এইবিলাক কাৰণৰ পৰা সিন্ধু উপত্যকাৰ সভ্যতাক প্ৰথমে আৰ্য্য সভ্যতা, পিচত বৈদিক সভ্যতা আৰু যুগক প্ৰথমে আৰ্য্য যুগ, পিচত বৈদিক যুগ বোলাত একো বাধা নাই বুলি ভাবোঁ। গতিকে আবহমান কালৰ পৰা বৈদিক চৰ্চাই সিন্ধু উপত্যকাৰ সভ্যতাক উচ্চ স্থান দিছে। তথাপি যদি এইটো কোৱা হয় যে সেইটো দ্ৰাবিড়ী সভ্যতাহে, বৈদিক সভ্যতা নহয়, তেনে স্থলতো সিটো এটা সমস্যা নহয়। যদিও দ্ৰাবিড়ী সভ্যতাৰ প্ৰসাৰে উত্তৰ ভাৰত পাইছিল গৈ, সি তাত খিলঞ্জীয়া হৈ থাকিব নোৱাৰিলে। কাৰণ কালক্ৰমে দুয়োটাৰ ভিতৰত সংঘৰ্ষ উপস্থিত হোৱাত দ্ৰাবিড়ী সকল তাত তিষ্ঠিব নোৱাৰিলে। তাৰ আগতে তাত দুয়োটাৰ এটা সমন্বয় ঘটিছিল, যি সমন্বয়ৰ ফলত সিন্ধু উপত্যকাত মানুহৰ মাজত মাতৃ গোঁসানীৰ পূজা প্ৰচলিত হৈছিল। তেওঁলোকে যৌন দেৱতাকো মানিছিল বুলি পোৱা যায়। সেইটো অনাৰ্য্য সংস্কৃতিৰ লগত আৰ্য্য সংস্কৃতিৰ সংমিশ্ৰণৰ ফল। খৃঃ পূঃ পঞ্চদশ শতিকাত যিটো এৰিয়ান প্ৰব্ৰজন হোৱাৰ কথা, তাত বাস্তৱতা থাকিব পাৰে ; যদি বাস্তৱ তেতিয়া বৈদিক আৰু এই ইণ্ডো-এৰিয়ান সংস্কৃতিৰ এটি সমন্বয় ঘটিছিল আৰু তাৰ ফল স্বৰূপে আৰ্য্য সভ্যতা (বৈদিক সভ্যতা) আগতকৈ বলীয়ান হৈ উঠাত গভীৰ আৰু সূক্ষ্ম বৈদিক চৰ্চা উত্তৰোত্তৰ বৃদ্ধি প্ৰাপ্ত হবলৈ ধৰিছিল।

আৰ্য্য সভ্যতা আৰু দ্ৰাবিড়ী সভ্যতাৰ মূলগত পাৰ্থক্যত এটা বিশেষত্ব আছে। আৰ্য্য-সভ্যতাৰ ভেঁটি চিন্ময় পৰম ব্ৰহ্মৰ তেজোৰূপ অপৌৰুষেয় বেদৰ টনকিয়াল কাঠামৰ ওপৰত ; কিন্তু দ্ৰাবিড়ী সভ্যতাৰ ভেঁটি বিনা ধৰ্মগ্ৰন্থই কাঠাম নোহোৱা পলসৰ ওপৰত, সেই দেখি হেলেক-লেকীয়া। গতিকে উত্তৰোত্তৰ বলীয়ান হৈ অহা আৰ্য্য-সভ্যতাৰ লগত ফেৰ মাৰিব নোৱাৰি দ্ৰাবিড়ী সভ্যতাই উত্তৰ ভাৰতৰপৰা আঁতৰি নিজৰ থলুৱা সম্পৰ্কৰ মূল্য ৰক্ষা কৰি দক্ষিণ ভাৰতত খোপনি পুতি ল'লগৈ। কিন্তু তেতিয়াৰ পৰা দ্ৰাবিড়ী সভ্যতাৰ ওপৰত আৰ্য্য-সভ্যতাৰো এটি চাপ থাকি গ'ল।

পাশ্চাত্যৰ পণ্ডিতসকলে সিন্ধু-উপত্যকাৰ সভ্যতাক খৃঃ পূঃ ৪০০০ত থকা চুমেৰীয় সভ্যতাৰ এটি প্ৰতিৰূপ বুলিও ধাৰণা কৰে। যদিও চুমেৰীয় সভ্যতাৰ সংস্পৰ্শলৈ আহিছিল, আৰ্য্য-সভ্যতাই তাৰ পৰা কোনো ৰৰঙণি বা অৰিহণা লাভ কৰা নাছিল আৰু সিও আৰ্য্য সভ্যতাৰ ওপৰত কোনো উল্লেখযোগ্য পৰিবৰ্তন ঘটাব পৰা নাছিল। পাচী ভাষা আৰু আৰ্য্য ভাষাৰ মূল আদিতে একেটা বুলি কিছুমানে কয় ; অৱশ্যে সেই কথাত আমাৰ

কিছু বিশ্বাস আছে, কিন্তু শেষত পৰস্পৰে ফালৰি কাটিছিল ; সভ্যতাৰ মূল একেটা বুলি কোৱা টান।

বেদ যদিও পৃথিবীৰ উমৈহতীয়া বস্তু তাক প্ৰথমে লাভ কৰিছিল আৰ্য্য সকলে ভাৰতত। ইয়াৰ অন্যথাই, কোনো যুক্তি বিচাৰি পাবলৈ নাই। যদি আমি খৃঃ পূঃ পঞ্চদশ শতিকাত এই আৰ্য্যসকলৰ ভাৰতত প্ৰথম প্ৰৱেশ বুলি কওঁ, সেইটোৱে বুজাব যে তাৰ আগেয়ে ভাৰতত আৰ্য্য নাই। যদি সেইটো হয় তেনেহলে বেদ কোনে উলিয়ালে ? ক'ত আছিল ? ক'ৰ পৰা আহিল ? ইত্যাদি প্ৰশ্নবোৰ স্বাভাৱিকতে আহি পৰে। বহিৰাগত আৰ্য্যসকলে লগত লৈ আহিল নেকি ? যদি সেইটো হয় তেওঁলোক যি ঠাইৰপৰা আহিল তাত বেদ থকাৰ লেশমাত্ৰও চিহ্ন নাই কিয় ? তাৰ বাহিৰেও তেওঁলোকৰ লগৰ যি আন এটি শাখা, একে সময়তে হওক বা অগাপিচাকৈয়ে হওক, ইউৰোপত সোমালগৈ তেওঁলোকেও তালৈ বেদ লৈ যাব লাগিছিল আৰু ইউৰোপতো ভাৰতৰ দৰে বেদ চৰ্চা হব লাগিছিল, কিন্তু ক'তা ? তাৰ প্ৰমাণ একোৱে নাই। বৰ্তমান যুগতহে ভাৰতৰ পৰা নি তেওঁলোকে বেদ কিছু কিছু শিকিলে। যিটো 'Indo-European' (ইণ্ডো-ইউৰোপীয়ান) ভাষা গোষ্ঠী, তাত পৃথিবীৰ ভাষা কেইটামানৰ দুই চাৰিটা শাব্দিক বা বৈয়াকৰণিক লক্ষণৰ ভিতৰত পৰস্পৰ সাদৃশ্য দেখিবলৈ পোৱাটো সঁচা ; সেই ভাষা বিলাকৰ ভিতৰত সংস্কৃত ভাষাও এটা। সদৃশ-উচ্চাৰণযুক্ত সংস্কৃত শব্দৰ কেইটামান আন ভাষাত পোৱা যায় আৰু আন ভাষাৰো তেনেকুৱা শব্দ কেইটামান সংস্কৃতত পোৱা যায়। সেই বুলি এইটো কোনেও কব নোৱাৰে যে পৃথিবীৰ আন ঠাইতো একসময়ত সংস্কৃত ভাষা চলিছিল আৰু সেই দেখি তাত বেদৰো চৰ্চা আছিল। সেইটো থাকিব নোৱাৰে।

প্ৰকৃত খেলিমেলি এইখিনিতে যে, আমি ইমান দিন 'আৰ্য্য' আৰু 'এৰিয়ান' এই দুটা শব্দক একাৰ্থক কৰি ব্যৱহাৰ কৰি আহিছোঁ আৰু সেইটো এটা ডাঙৰ ভুল। ভাৰতীয় আৰ্য্য শব্দৰ অৰ্থ শ্ৰেষ্ঠজন আৰু ইংৰাজী এৰিয়ান শব্দৰ অৰ্থ সম্পৰ্কত আপোনজন। এৰিয়ান শব্দ আহিছে ইণ্ডো-ইউৰোপীয়ান ভাষা গোষ্ঠীৰ অৰ্থৰ দৃষ্টিভঙ্গীৰ ফালৰ পৰা। এইখিনিতে এই অৰ্থটো কি চোৱা হওক। বিশ্বকোষত পোৱা যায় এইদৰেঃ ইণ্ডো-ইউৰোপীয়ান হ'ল ইউৰোপ আৰু এচিয়াত প্ৰচলিত এটা ভাষা পৰিয়ালৰ ক্ষেত্ৰত ব্যৱহৃত হোৱা এটা উপাধি। এই বিলাক ভাষা একেটা মূলৰ পৰা উৎপত্তি হোৱা বুলি ধৰা হয় আৰু লেটিন, গ্ৰীক, সংস্কৃত, পাচীৰ লগতে ইংৰাজীক ধৰি বিভিন্ন



শ্লেভনিক, চেল্টিক, ৰোমান আৰু টিউটনিক ভাষাক সামৰি লৈছে। কেতিয়াবা ভুলকৈ এইবিলাক ভাষা কোৱা মানুহক বুজাবলৈ এই শব্দটো ব্যৱহাৰ কৰা হয়।

এৰিয়ান শব্দৰ মূল নিৰুপণ কেনেকৈ হব পাৰে আৰু এৰিয়ান কেনেকৈ হব পাৰে আৰু এৰিয়ান সকল ভাৰতলৈ কেনেকৈ আহিল চোৱা হওক। ইৰান নামৰ অৰ্থ হৈছে, 'এৰিয়ান সকলৰ বাসভূমি'। ইণ্ডো-ইউৰোপীয়ান ভাষাভাষী অনুপ্ৰবেশকাৰী সকলে কেবাটাও ভাগত বিভক্ত হৈ দেশৰ চাৰিও ফালে সিচঁৰতি হৈ পৰিল। এই সকলৰ এটা অংশই কাবুলৰ উপত্যকা হৈ ভাৰতত সোমাল। আবেস্টা, গাথ, আৰু প্ৰাক্ সংস্কৃত বা বৈদিক ভাষাৰ মাজত থকা সাদৃশ্যই এইটো প্ৰমাণ আছিল। সেইদৰে ভাৰত আৰু পাৰস্যৰ প্ৰাচীনতম ধৰ্মগ্ৰন্থই এই দুই দেশৰ ভাষা আৰু চিন্তাৰ মিল দেখুৱায়, যিয়ে প্ৰমাণ কৰে যে ইয়াৰ মূল একেটা আছিল। 'Ancient India and Indian Civilisation'ৰ ১৬ পৃষ্ঠাত আছে ঃ Formely the name of Aryan was applied to the whole of the Indo-Europeans, but it is better to use the word only for the Proto-Iranian and Proto-Indian Stock. (পূৰ্বতে এৰিয়ান নামটোৱে ভাৰতীয় আৰু ইউৰোপীয় সকলো লোককে বুজোৱা হৈছিল, কিন্তু এই শব্দটো প্ৰ'টো ইৰানীয় আৰু প্ৰ'টো ভাৰতীয় শ্ৰেণীক বুজাবলৈহে ব্যৱহাৰ কৰা শ্ৰেয়ঃ।)

এতিয়া আৰ্য্য সম্পৰ্কে ক'ত কি পোৱা হৈছে, চোৱা যাওক।

"The traditional plan of the social order comprises four castes. The first three comprise 'Aryas' or free men, and the fourth gives legal standing to the masses in the Brahmanical arrangement.'

(প্ৰাগুক্ত গ্ৰন্থ ঃ পৃষ্ঠা ৭৯)

(সামাজিক ব্যৱস্থাৰ পৰম্পৰাগত আঁচনিয়ে চাৰিটা জাতি অন্তৰ্ভুক্ত কৰে। প্ৰথম তিনিটাত স্বাধীন মানুহ হিচাবে আৰ্য্যসকল পৰে আৰু চতুৰ্থটোৱে (শূদ্ৰই) বামুণীয়া সংগঠনত জনসাধাৰণক আইনগত সমৰ্থন দিয়ে।)

পাশ্চাত্য লেখকৰ এই উক্তি মন কৰিবলগীয়া। দ্বিজসকলক তেওঁ আৰ্য্য বুলিলে, এৰিয়ান বোলা নাই। দুয়োটা শব্দৰ পাৰ্থক্য ৰক্ষা কৰিছে তেওঁ ইয়াত আৰ্য্য শব্দ ব্যৱহাৰ কৰিছে, নহলে 'আৰ্য্য'ৰ ঠাইত 'এৰিয়ান' ব্যৱহাৰ কৰিলেহেঁতেন। আমিও আমাৰ মনলৈ ভাৰতীয় ভাৰত যেতিয়া

'আৰ্য্য, শব্দ আছে, তেতিয়া মুখেৰে কোৱা বা হাতেৰে লিখাত 'আৰ্য্য'হে ব্যৱহাৰ কৰিব লাগিব, অনুবাদ হিচাবে 'আৰ্য্য'ৰ ঠাইত 'এৰিয়ান' কৰিলে ভুল হব।

এতিয়া প্ৰাচীন ভাৰতীয় গ্ৰন্থই 'আৰ্য্য' শব্দৰ কি ব্যাখ্যা দিছে আৰু আৰ্য্য জাতিৰ বিষয়ে কি কৈছে তালৈ চকু দিয়া হওক ; যেনে, পূৰ্বত সমুদ্ৰ, পশ্চিমত সমুদ্ৰ আৰু দক্ষিণত বিন্ধ্যা পৰ্বত, ইয়াৰ মধ্যস্থানক পণ্ডিতসকলে আৰ্য্যাবৰ্ত বোলে। যি স্থানত কৃষ্ণসাৰ পহুৱে স্বাভাবিক ভাবে বিচৰণ কৰি ফুৰে সেই দেশকে যজ্ঞীয় দেশ বোলা হয়। তাৰ বাহিৰে আন স্থানক ম্লেচ্ছ দেশ বোলা হয়। দ্বিজাতি বিলাকে অন্যদেশসম্ভূত হলেও প্ৰযত্ন সহকাৰে এই বিলাক দেশ আশ্ৰয় কৰিব, কিন্তু শূদ্ৰ বিলাকে নিজৰ জীৱিকাৰ কাৰণে যি কোনো দেশতে আশ্ৰয় কৰিব পাৰে।

দ্বিতীয় বচনাটিৰ টীকাত টীকাকাৰে আৰ্য্যাবৰ্ত শব্দৰ লগতে 'আৰ্য্য' শব্দৰ বুৎপত্তিগত অৰ্থও ভাঙি দেখুৱাব লগা হৈছিল, যেনে, আৰ্য্যা যত্ৰা-বৰ্তন্তে পুনঃ পুনৰুদ্ভৱন্তীত্যাৰ্য্যাবৰ্তঃ। মৰ্য্যাদায়ামাঙ্ নাভিবিধৌ তেন সমুদ্ৰ মধ্য দ্বীপানাং নাৰ্য্যাবৰ্ততা।'––যি ঠাইত আৰ্য্যবিলাক পুনঃ পুনঃ উদ্ভৱ হয় সেয়ে আৰ্য্যাবৰ্ত। মৰ্য্যাদা অৰ্থত ঋ ধাতুত আঙ্ উপসৰ্গ হৈছে, অভি বিধি অৰ্থত নহয়। সমুদ্ৰৰ মধ্যত দ্বীপ বিলাক আছে, তাৰ আৰ্য্যাবৰ্ত নাম হ'ব নোৱাৰে ; যেহেতু দ্বীপৰ বেলিকা মৰ্য্যাদা অৰ্থ নাই। এই বচনকেইফাঁকি 'আৰ্য্য'সকলৰ উৎপত্তিস্থল যে আৰ্য্যাবৰ্ত (ভাৰতবৰ্ষ), সদায় যে তেওঁলোক তাতে আছে, পুনঃ পুনঃ যে তাতেই থাকিব লাগিব, এই অৰ্থসূচক হোৱাত আমাৰ মনত খেলি মেলি দূৰ হবলৈ বাকী একো নাথাকিল।

পুৰাতাত্ত্বিক বিচাৰতো এৰিয়ান শব্দৰ যি অৰ্থ তাৰ পৰা ভাৰতীয় গ্ৰন্থই দেখুওৱা 'আৰ্য্য' শব্দৰ অৰ্থ সম্পূৰ্ণ বেলেগ হ'ব। সেই পাৰ্থক্য যে পাশ্চাত্য পুৰাতাত্ত্বিক এগৰাকীৰ কলমত ওলাই পৰিছে তাক আগতে দেখুৱাই অহা হৈছে। গতিকে এৰিয়ান সকল যে আৰ্য্য নহয় তাক দেখুৱাবলৈ আকৌ প্ৰমাণ নালাগে বুলি ভাবোঁ।

খৃঃ পূঃ পঞ্চদশ শতিকাত ভাৰতত যি এৰিয়ান্ প্ৰবেশৰ কথা প্ৰচলিত আছে সেই কথা সঁচা হ'ব পাৰে ; কিন্তু তাক আৰ্য্য প্ৰবেশ বুলিলে ভুল হ'ব, যি ভুল আজিলৈ চলি আছে।

ওপৰৰ বচন কেই ফাঁকিৰ পৰা আকৌ বুজিব পাৰি যে ভাৰতীয় আৰ্য্য তথা দ্বিজ (ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য) সকলে নিজৰ জাতিগত নিষ্ঠা, বিশুদ্ধতা আৰু পবিত্ৰতা নিভাঁজ কৰি ৰাখিবলৈ অতিশয় গুৰুভাৰ বহন কৰিব



লগা হোৱাত সদায় এটা নিঃসঙ্গ পৰিবেশত থাকিব লগা হৈছিল যি পৰিবেশ এৰিয়ানৰ ক্ষেত্ৰত তেনেই আচহুৱা বুলি ক'ব লাগিব, তেনেই ওলোটা বিধৰ বুলি ধৰিব লাগিব ; তাৰ কাৰণ তেওঁলোকৰ মাজত, আনকি, পৃথিৱীৰ আন কোনো জাতিৰ মাজত জাতিভেদ প্ৰথা নাছিল।

গতিকে এইটো নিঃসন্দেহে ক'ব পাৰি যে, এৰিয়ান আৰ্য্য নহয়, আৰ্য্যও এৰিয়ান নহয়, আৰু ভাৰতীয় আৰ্য্যসকল বহিৰাগত নহয়। খৃঃ পূঃ পঞ্চদশ শতিকাত ভাৰতত যি এৰিয়ান প্ৰবেশৰ সম্ভাৱনা, সি সঁচা হ'লেও ওপৰৰ বিচাৰক্ৰমত কোনো জটিলতাৰ সৃষ্টি নকৰে। এৰিয়ানসকলে আৰ্য্যৰ লগত যোগদান কৰি ভাৰতীয় সংস্কৃতিৰ প্ৰাণত নতুন বলদান কৰিলে। মাজতে মঙ্গোলিয়ান প্ৰভৃতি নানা ফালৰ সংস্কৃতি আহিও তাত জাহ গৈছিল। অন্তত সকলো ফালতে সংমিশ্ৰণৰ ফলত এটা বৃহৎ সমন্বয় ঘটিল আৰু এই সমন্বয়ে আজিৰ হিন্দু সভ্যতা।

পৰিশেষত, আমাৰ বক্তব্য এইটো যে, এই পৰ্য্যন্ত আমাৰ বিদ্যালয়সমূহৰ বুৰঞ্জী শিক্ষাৰ বেলিকা আমাৰ ছাত্ৰ-ছাত্ৰীক 'আৰ্য্য' আৰু 'এৰিয়ান'ক একাৰ্থক কৰি শিকাই অহা হৈছে ; এই ভুল আঁতৰ হোৱাটো বাঞ্চনীয় বুলি ভাবোঁ।

আৰ্য্য আৰু আৰ্য্য ধৰ্ম সম্পৰ্কে ভাৰতত পুৰাণাদিকে ধৰি ইমানবোৰ প্ৰাচীন গ্ৰন্থ আছে যে তাৰ লেখ দিব নোৱাৰি। সেইবিলাক গ্ৰন্থত পুংখানুপুংখভাবে বিচাৰি চালেও এনেকুৱা শুংসূত্ৰ পোৱা নাযায় যে ভাৰতত আদি অৱস্থাৰ পৰা আৰ্য্য নাই, পৰবৰ্তী যুগত তেওঁলোক বহিৰাগতহে। বৰঞ্চ, আমাৰ কবলৈ যুক্তি আছে যে ভাৰতৰ পৰাহে পৃথিৱীৰ আন আন দেশলৈ সময়ে সময়ে মানৱ গোষ্ঠীৰ সোঁত প্ৰবাহিত হৈছিল। প্ৰথম স্বায়ম্ভুব মনুৰ দিনৰ পৰা কেবাজনো ভাৰতীয় চক্ৰবৰ্তী ৰজাই সসাগৰা পৃথিৱীত ৰাজত্ব কৰিছিল। পৃথিৱীক সপ্ত দ্বীপা বসুন্ধৰা বোলা হয়। সমগ্ৰ পৃথিৱীক সাতোটা দ্বীপত ভাগ কৰা হৈছিল। আজিৰ পৃথিৱীৰ স্থল ভাগক সাতোটা ভাগত ভাগ কৰিলে প্ৰাচীন এই সাতোটা দ্বীপৰ পৰস্পৰে অনুৰূপ হব বুলি অনুমান হয়। পৃথিৱীত ৰাজত্ব কৰা ৰজাবিলাক আছিল––প্ৰিয়ব্ৰত, মান্ধাতা, হৰিশ্চন্দ্ৰ, বাহু, কাৰ্তবীৰ্য্যাৰ্জুন, সগৰ, দিলীপ, ৰঘু, অজ, দশৰথ, জন্মেজয় প্ৰভৃতি। এই আৰ্য্য ৰজা সকলৰ দিনতে আৰ্য্য ধৰ্ম আৰু আৰ্য্য ভাষাৰ বিস্তৃতি সমগ্ৰ পৃথিৱীত কিছু পৰিমাণে হৈছিল বুলি ধৰিব পাৰি। তাৰ পৰবৰ্তী যুগতো হোৱাতো সম্ভৱপৰ। স্বায়ম্ভুব মনুৰ পুত্ৰ প্ৰিয়ব্ৰত। প্ৰিয়ব্ৰত ৰজাৰ দশপুত্ৰ। তাৰ ভিতৰত দ্বিতীয়, পঞ্চম আৰু নৱম জন

ব্রহ্মচাৰী ; আন সাতজনক পৃথিবীৰ সাত ভাগৰ প্রত্যেকতে একোজনকৈ তেওঁ ৰজা পাতিছিল। প্রথম জনৰ নাম অগ্নিধ্র, তেওঁ জম্বুদ্বীপাধিপতি আছিল। জম্বুদ্বীপখন আকৌ ন ভাগত ভাগ হৈছিল ; একোটা ভাগেই একোটা বর্ষ। অগ্নিধ্রৰ ন জন পুত্ৰৰ ভিতৰত এই ন খন বর্ষ ভগাই দিয়া হৈছিল।

এই ন বর্ষৰ ভিতৰত ভাৰতবর্ষ এখন। তেতিয়া ভাৰতবর্ষৰ নাম আছিল হিম বর্ষ। প্রথম পুত্র নাভিক এই হিমবর্ষ দিয়া হৈছিল। আকৌ এই নাভিৰ শতপুত্র আছিল। তাৰ ভিতৰত সর্বজ্যেষ্ঠ ভৰত। নাভিৰ পিচত হিমবর্ষ ভৰতক দিয়া হৈছিল। তেতিয়াৰ পৰা হিমবর্ষৰ নাম ভাৰতবর্ষ হৈছে। এই ভাৰতবর্ষৰ সীমা হৈছে---পূৱে কিৰাত, পশ্চিমে যবন, দক্ষিণে অন্ধ্র আৰু উত্তৰে তুৰস্ক। এই ভৰত ৰজাই প্রথম জন্মত ভাৰতৰ অধিপতি, দ্বিতীয় জন্মত হৰিণ আৰু তৃতীয় জন্মত জড় আছিল।

আর্য্যসকল যে এৰিয়ান নহয় ভাৰতীয় গ্রন্থৰ মাজেদি চালে তাৰ হৰহ প্রমাণ পোৱা যায়। ম্লেচ্ছ আৰু যবন জাতিৰ উৎপত্তিস্থল ভাৰতবর্ষ। যিবিলাক লোক আর্য্যৰ আচাৰ নীতি, আর্য্য ভাষা আৰু জাতি ভেদ বিবর্জিত, সেইবিলাকৰ কিছুমানক ম্লেচ্ছ আৰু কিছুমানক যবন বোলা হয় ; সাধাৰণতে আর্য্যসকলে ইউৰোপীয় সকলক ম্লেচ্ছ বুলিছিল ; ম্লেচ্ছ বুলিলে তেওঁলোকৰ মনলৈ ঘৃণাৰ ভাব আহিছিল। আর্য্য আৰু এৰিয়ানৰ ভিতৰত যথেষ্ট ব্যৱধান আর্য্যসকলে নিজে ৰাখিছে আৰু আর্য্যসকলে নিজে 'ইণ্ডো ইউৰোপীয়ান' সকলক আর্য্য বুলি স্বীকাৰ নকৰে।

ভাৰতীয় আর্য্য আৰু বহির্বাসী এৰিয়ান্ সকলৰ বৈসাদৃশ্যমূলক তুলনা ঃ

| | |
|---|---|
| ১। আর্য্য (আ+ঋ্ ধাতু) শব্দৰ অর্থ শ্রেষ্ঠ বা মাননীয় জন। | ১। এৰিয়ান্ শব্দৰ অর্থ জন (kins men)। |
| ২। আর্য্যসকল আশ্রমবাসী বা গৃহী। | ২। এৰিয়ানসকল যাযাবৰ, (nomads) পশুপালক, (national) জাতি। |
| ৩। আর্য্যসকল আদিৰে পৰা কৃষিজীৱী | ৩। এৰিয়ান্ সকল পশু ব্যৱসায়ী। |
| ৪। আর্য্যসকলৰ আদিৰে পৰা পুৰুষী নামা আছে। | ৪। এৰিয়ান্ সকলৰ নাই। |
| ৫। আর্য্য জাতি লগতে আর্য্য ভাষাৰ উৎপত্তি সুনির্ণীত। | ৫। এৰিয়ান্ সকলৰ অনির্ণেয়। |
| ৬। আর্য্যসকলৰ শিক্ষা-সংস্কৃতিৰ মানদণ্ড উচ্চ আৰু স্বয়ং সম্পূর্ণ। | ৬। এৰিয়ান্ সকলৰ শিক্ষাৰ পৰিচয় নাই। |
| ৭। আর্য্যসকলৰ বেদৰ লগত জন্ম সম্বন্ধ। | ৭। বেদ এৰিয়ান্ সকলৰ অপৰিচিত। |
| ৮। আর্য্যসকলৰ মাজত জাতিভেদ বর্তমান। | ৮। এৰিয়ান্ সকলৰ নাই। |
| ৯। আর্য্যসকল নিঃসঙ্গতা প্রিয়। | ৯। এৰিয়ান্ সকল নহয়। |
| ১০। আর্য্যসকলৰ জাতিগত নিষ্ঠা আৰু গোড়ামী অধিক। | ১০। এৰিয়ান্ সকলৰ নাই। |
| ১১। আর্য্যসকলৰ জ্ঞান চর্চা আৰু ধর্মৰ লগত মুখ্য সম্বন্ধ। | ১১। এৰিয়ান্ সকলৰ নাই। |



এই তুলনাৰ পৰা দেখা যায় এৰিয়ান সকল আর্য্যতকৈ পিচপৰা জাতি কিন্তু ইউৰোপীয় সকলৰ মতে তেওঁলোক আর্য্যবিহীন ভাৰতত সোমালহি। যদি সেইটোৱে হয়, তেনেহলে ভাৰতত বসতি কৰাৰ লগে লগেই আর্য্যোপোযোগী গুণবিলাকৰ অধিকাৰী হৈ আর্য্যত্ব লাভ কৰি এৰিয়ানেই আর্য্য হোৱাটো কিমানদূৰ সম্ভৱপৰ কথা সেইটো সুধী সমাজৰ নিশ্চয় বিচার্য্য।

যি ইণ্ডো-ইউৰোপীয়ান তথ্যৰ ওপৰত ভিত্তি কৰি এৰিয়ানক আর্য্য কৰা হৈছে সি নির্ভৰযোগ্য নহয়। তাৰ গবেষণা পদ্ধতিত ভাৰতীয় গ্রন্থসমূহক তেনেই উলাই কৰা হৈছে। গবেষণা কার্য্য চলিছিল ইউৰোপীয় পণ্ডিতসকলৰ দ্বাৰাই। ভাৰতীয় পণ্ডিতসকলে ইউৰোপীয় প্রভুসকলক চকু মুদি অনুসৰণ কৰিছিল। নাই বা মিছা এই দুই অক্ষৰত সিদ্ধান্ত নকৰি পূর্ব পুৰুষসকলে থৈ যোৱা সম্পত্তিহে বিচাৰিব লাগিছিল। বিশ্ব কোষে এৰিয়ানৰ আভিধানিক অর্থ ব্যাখ্যা কৰোতে আকৌ কয়, The term is sometimes, but incorrectly used of the races speaking these languages". (ইণ্ডো-ইউৰোপীয়ান নামটো কেতিয়াবা কেতিয়াবা এই ভাষা ভাষী লোক সকলৰ ক্ষেত্রত কিন্তু ভুলবশতঃ প্রয়োগ কৰা হয়)। অভিধানত এইটো কথা সকিয়াই দিয়া হৈছে যে 'ইণ্ডো-ইউৰোপীয়ান্' বুলিলে ভাষা গোষ্ঠীটোকহে বুজাব। সেই ভাষা কোৱা মানুহ বিলাককো কেতিয়াবা কেতিয়াবা বুজোৱা হয় কিন্তু তেতিয়া সেইটো ভুল হব। কিন্তু এই সঁকিয়নিটোৰ ফালে লক্ষ্য নকৰি আমাৰ ইতিহাস প্রণেতা সকলে সংস্কৃত ভাষাক 'ইণ্ডো-ইউৰোপীয়ান' ভাষা গোষ্ঠীৰ ভিতৰত অন্তর্ভুক্ত কৰাৰ উপৰিও সেই ভাষা কোৱা আর্য্যসকলকো 'ইণ্ডো-ইউৰোপীয়ান' মানৱ গোষ্ঠীৰ ভিতৰত নিৰ্বিবাদে অন্তর্ভুক্ত কৰি ভাৰতীয় আর্য্যসকলক এৰিয়ান বুলি কৈ আহিছে। এইটো এটা মাৰাত্মক ভুল নহয় জানো? এই বিশ্বকোষে এৰিয়ানৰ অর্থ ব্যাখ্যা কৰাৰ লগতে কৈছে, "The place of origin of the race

has variously been sought in Europe and Asia and it is presumed to have branched off at different periods north-west ward and west ward into Europe and south-ward into Persia and the valley of the Ganges giving rise to the great branches of the languages Greek, Latin, Keltic, Germanic or Nordic slave on the one hand and Persian and Hindu on the other, a community of origin that is attested by the comparative study of them' যিটো পোৱা হল, তাৰ সাৰাংশ এইটো হল যে ইয়াত কথাটো presumed বুলি কোৱা হৈছে অৰ্থাৎ বিনা প্ৰমাণে ধৰি লোৱা হৈছে। উত্তৰ পশ্চিম আৰু পশ্চিম ফালে ইউৰোপলৈ আৰু দক্ষিণ ফালে পাৰস্য আৰু ভাৰতলৈ বেলেগ বেলেগ সময়ত জাতি এটা শাখা ভাঙি ওলাই ওলাই গৈছিল। এইদৰে এই শাখাবিলাকে বহুত ভাষা উৎপত্তি কৰিছিল। গোটেইবিলাক ভাষাৰ সমষ্টিয়ে ভাষা-গোষ্ঠীৰ মূল আৰু সেইটোৱে ইণ্ডো-ইউৰোপীয়ান ভাষা গোষ্ঠী। কোন ঠাইৰ পৰা শাখা বিলাক ভাঙিছিল আৰু কোনে কোন সময়ত, সি অনিৰ্দিষ্ট। তদুপৰি বহুত ভাষাৰ সমষ্টি এটাক সেই ভাষা বিলাকৰ মূল বুলি কোৱা হৈছে, তাৰ অৰ্থ অস্পষ্ট। গতিকে সকলো আনুমানিক আৰু অস্পষ্ট। আনুমানিক সিদ্ধান্ত এটাৰ ওপৰত নিৰ্ভৰ কৰি ভাৰতীয়সকলে নিজৰ সকলো নিজস্বতা আৰু বৈশিষ্ট্যৰ বিসৰ্জন দিয়াটো উচিত হবনে? অৱশ্যে তেওঁলোকে সিদ্ধান্তত উপনীত হোৱাৰ আগতে ইউৰোপ আৰু এচিয়াৰ ভাষাবিলাকৰ ওপৰত এটা তুলনামূলক অধ্যয়ন কৰিছিল। অকল ভাষাগত অধ্যয়নৰ ওপৰত মানৱ-গোষ্ঠীৰ মৌলিক প্ৰশ্নটোৰ শেষ মীমাংসা হব নোৱাৰে। উদাহৰণ স্বৰূপে অসমীয়া আৰু বঙালী দুটা ভাষা, দুয়োটাৰ ভিতৰত সামঞ্জস্য বহুখিনি আছে, সেই বুলি আমি কব পাৰিম নেকি যে অসমীয়া মানুহ আৰু বঙালী মানুহৰ ভিতৰত একেখন পুৰুষী নামা হব, যিখন পুৰুষীনামা মতে গণনা কৰি দুয়োটা জাতিৰ শেষতগৈ এজন মূল পূৰ্বপুৰুষ পাম? সেইটো অসম্ভৱ, ইউৰোপ আৰু এচিয়াৰ জাতিবিলাকৰ ক্ষেত্ৰত ই ততোধিক অসম্ভৱ।

আনহাতে, আৰ্য্য জাতি আৰু আৰ্য্য ভাষাৰ মূল কি আৰু ক'ত সি দেখ দেখ হৈ আছে। তদুপৰি সেই মূলগত অৰ্থই দেখুৱাব (দাঠি কব নোৱাৰিলেও), যে আৰ্য্য জাতি আৰু আৰ্য্য ভাষাই পৃথিবীত বহু ভাষাৰ সূত্ৰপাত



কৰিছে। "বাচোবেদাঃ, সংহিতাশ্চ, বাচো মন্ত্ৰঃ সুপঙ্কলঃ"। ইত্যাদি।

কি বেদ, কি সংহিতা, কি মন্ত্ৰ, কি কাব্য, কি পুৰাণ সমুদায় বাক্যময়। তদুপৰি পোৱা যায় সৰ্বাগ্ৰে ব্ৰহ্মাই ব্ৰহ্মৰূপী বাক্য সৃজন কৰিলে। আকাৰাদি স্বৰবৰ্ণ, ককাৰাদি হ'ল বৰ্ণ আৰু হ'ল বৰ্ণৰ পৰস্পৰে লগ লগা বৰ্ণ বিলাক সৃজন কৰাৰ পিচত ৫৬ সংখ্যক ভাষা আৰু তাক শিকাৰ কাৰণে ব্যাকৰণ সৃজন কৰিলে। গতিকে দেখা যায়, ইউৰোপীয়ান সকলে ভাষাৰ common origin এটা অস্পষ্ট ভাবে অনুমানহে কৰিছে, সঠিক ভাবে বিচাৰি পোৱা নাই। কিন্তু তাক হাজাৰ কোটি বছৰ পূৰ্বে আৰ্য্য ঋষি সকলে সঠিক ভাবে বিচাৰি পাইছিল। উক্ত ৫৬টা ভাষাৰ ভিতৰত পৃথিবীৰ বহু ভাষা পৰিব। কিন্তু কথা এই খিনিতে যে আজিৰ যুগৰ মানুহে অতীতৰ কথাবিলাক বিচাৰি চাব নোখোজে। আমি কিয় নিবিচাৰো? খৃষ্টজন্মৰ আগৰ কিছু বছৰৰ আকৌ আগৰ ফালে সময় বোলা বস্তুটো নাছিল নেকি? থাকিলেও ঘটনাসমূহৰ ক্ৰম প্ৰবাহ নহৈছিল নেকি? নিশ্চয় হৈছিল। কাল অনাদি অনন্ত। ই বৃত্তাকাৰে ঘূৰি আছে। পৰম ব্ৰহ্মই সৃষ্টি মানস কৰি প্ৰথমে কাল আৰু স্থান (time and space) ৰ সৃষ্টি কৰে। তেতিয়াৰ পৰাই আজিলৈ সময়ৰ প্ৰবাহ চলি আছে আৰু ভৱিষ্যতলৈও চলি থাকিব। বিচাৰিব জানিলে সৃষ্টি উৎপত্তি কালৰ পৰা সময়ৰ প্ৰবাহৰ যোগে নানা ৰকম ঘটনাৰো প্ৰবাহ যে চলি আছে তাকো আমি জানিব পাৰোঁ। গতিকে মানৱ আৰু ভাষাৰ আদি উৎপত্তি বিচাৰিব লাগিলে সৃষ্টিৰ আদি অৱস্থালৈ যাব লাগিব। ইউৰোপীয়ান পুৰাতাত্বিক সকল সিমানলৈ যোৱা নাই; সেই দেখি আজি ইমান বেমেজালি, ইমান অনিশ্চয়তা আৰু ইমান সন্দেহৰ মাজত পৰি দিশহাৰা হৈছোঁ। সৃষ্টিকৰ্তা ব্ৰহ্মা অকল ভাৰতবৰ্ষৰ কাৰণেই নহয়, সমগ্ৰ বিশ্ব ব্ৰহ্মাণ্ডৰ কাৰণেহে। আন আন ধৰ্মত তেওঁ আন আন নামেৰে অভিহিত হব পাৰে; নহলে, ইছলাম ধৰ্মত আল্লাৰ, খৃষ্টান ধৰ্মত God ৰ, সেইদৰে আন আন ধৰ্মত সেই ধৰ্মত থকা ঈশ্বৰৰ ওচৰলৈ ভাষাৰ উৎপত্তিৰ কথা বিচাৰি যাব লাগিব।

আমি যদি অতীতৰ অতীতলৈ সোমাই নাযাওঁ, জীৱনৰ অভিজ্ঞতাই পূৰ্ণতা লাভ কৰিব নোৱাৰিব। অতীতত আৰ্য্য সকলৰ অন্তৰ্দৃষ্টিৰ পৰিসৰ বহু দূৰলৈ থকাৰ কাৰণে কালৰ বিভাগ বিলাক অতি দীঘলীয়া কৰিছিল। তেওঁলোকৰ আয়ুকালো অতি দীঘলীয়া আছিল। তেওঁলোকৰ সন, শক বা খৃষ্টাব্দ ইত্যাদি নামকৰণৰ দৰে নামকৰণ কৰি বছৰ বিভাগ কৰা অভ্যাস নাছিল। তেওঁলোকে যুগ বিভাগ কৰিছিল যেনে, সত্য, ত্ৰেতা,

দ্বাপৰ আৰু কলি। সত্যকাল ১৭২৮০০০ বছৰ, ত্ৰেতা ১২৯৬০০০ বছৰ, দ্বাপৰ ৮৬৪০০০ বছৰ আৰু কলি ৪৩২০০০ বছৰ। এই চাৰি যুগৰ সমষ্টিক এক মহাযুগ বা এক দৈৱ যুগ বোলা হয়। ৭১ দৈৱ যুগ বা ২৮৪ মনুষ্য যুগে এক মন্বন্তৰ, ১৪ মন্বন্তৰে এক কল্প হয়। কল্প তিনিটা পম কল্প, ব্ৰহ্ম কল্প আৰু বৰাহ কল্প। বৰ্তমান বৰাহ কল্পৰ বৈৱস্বত মনুৰ ২৮ (অষ্টবিংশতি) যুগৰ সত্য, ত্ৰেতা আৰু দ্বাপৰ অতীত হৈ যোৱাৰ পিচত কলি যুগ মাত্ৰ ৫০৭৭ বছৰ পাৰ হৈছে। আমি আমাৰ পৌৰাণিক ঘটনাবিলাকৰ এই যুগ বিভাগ অনুসাৰে গণনা কৰি কাল নিৰ্ণয় কৰিব পাৰোঁ। ভাৰতত ইমানবোৰ মূল্যবান প্ৰাচীন সামগ্ৰী থকা স্বত্বেও পুৰাতাত্বিক বিচাৰত পণ্ডিতসকলে (বিশেষকৈ ভাৰতীয়) তাৰ কিয় আশ্ৰয় নলয় সেইটো এটা আচৰিত কথা। ভাবি চালে পোৱা যায়, অকল বৈজ্ঞানিক সাফল্যই মানৱীয় সাফল্য নহয়। মানুহে জন্মত লৈ অহা শক্তিৰ বীজ বিলাকৰ পূৰ্ণ বিকাশ হব ধৰিছে ; তাৰ অন্ত হলে আকৌ নতুন জগত আৰম্ভ হব। সময়ৰ গতি বৃত্তাকাৰ, দীৰ্ঘাকাৰ নহয়। য'ৰ পৰা যাত্ৰা কৰিছোঁ আকৌ তাতেই উপস্থিত হমগৈ। কিছুমান বৈজ্ঞানিক সাফল্য আশ্চৰ্য্যৰ কাৰণেহে। আশ্চৰ্য্য বিলাকে সৃষ্টি প্ৰক্ৰিয়াৰ পুনৰ্বিন্যাস কৰিব নোৱাৰে। বিজ্ঞানাগাৰত মানুহ জন্ম দিয়া প্ৰক্ৰিয়াও বাহিৰ হৈছে ; কিন্তু সেই বুলি প্ৰবাহমান ঐশ্বৰিক জন্ম প্ৰক্ৰিয়াক নিৰোধ কৰি বৈজ্ঞানিক প্ৰক্ৰিয়া প্ৰবৰ্তিত হবৰ সম্ভাৱনা আছেনে ? সি এটা আশ্চৰ্য্যৰ কাৰণেহে আশ্চৰ্য্য হৈ থাকিব বুলি আমাৰ বিশ্বাস। কিছুমান আবিস্কাৰ অৱশ্যে আমাৰ প্ৰগতি পথত সহায়ক হৈছে; কিন্তু কিছুমানে আনহাতে আমাৰ আত্মিক প্ৰগতিৰ পথত বাধাও জন্মাইছে। বৈজ্ঞানিক আৰু আত্মিক উভয় দিশতে আমি প্ৰগতি বিচৰা উচিত আৰু তুলনামূলকভাৱে দুয়োটা চৰ্চাৰ ভাৰসাম্যতা থাকিলেহে সেইটো সম্ভৱ হব পাৰিব। ০০০

০০০ ॥ ১৯৭৮ চনৰ ১৬ জুলাই আৰু ৩০ জুলাই আৰু ১৯৭৯ চনৰ জুনৰ এটা সংখ্যা মুঠ তিনি সংখ্যা 'অগ্ৰদূত'ত ক্ৰমিক ভাৱে প্ৰকাশিত ॥

# অসমীয়া বিহুৰ গুৰি কথা

বিহু অসমীয়াৰ হাড়ে-হিমজুৰে লগা বস্তু। আমাৰ বাপতি সাহোন। অসমীয়া জাতিৰ দাপোন স্বৰূপ। ই এনেকুৱা তাৎপৰ্য্যপূৰ্ণ হোৱা স্বত্বেও ইয়াৰ উৎপত্তি নিৰ্ণয় কৰা সহজ নহয়।

বসন্তৰ পৰশত যেতিয়া প্ৰকৃতি দেৱীৰ গাত যৌৱনৰ মহা পয়োভৰ, প্ৰকৃতি জগত নতুন গছে-পাতে, ফুলে-ফলে জাতিষ্কাৰ হৈ উঠে আৰু আকাশত চৰাই-চিৰিকতিৰ সুমধুৰ স্বৰে জগতখনক মুখৰিত কৰি তোলে, তেতিয়া মানুহৰ মনত ভাৱৰ উন্মেষ হয়। প্ৰকৃতিৰ আহ্বানত মানুহ আগবাঢ়ি আহে জীৱনক উপভোগ কৰিবলৈ। সেয়েহে তেওঁলোকৰ শৰীৰৰ তেজত এটা পিৰপিৰণি উঠে আৰু উৎসৱ পালনৰ আয়োজন হয়। এই দৰেই ভাৰতবৰ্ষত প্ৰাচীন কালৰেপৰা বসন্তোৎসৱ পালন কৰি অহা হৈছে যেনে, দৌলোৎসৱ, ফাকুৱা ইত্যাদি। অসমৰ বিহু উৎসৱ এই বসন্তোৎসৱৰ অন্তৰ্ভুক্ত।

প্ৰথমে চাব লাগিব এই 'বিহু' শব্দৰ বুৎপত্তিগত অৰ্থ কি ? কোনো কোনোৱে কয় 'বিষুৱ' শব্দৰ পৰা 'বিহু' হৈছে। 'বিষুৱ' মানে দিন ৰাতি সমান (equinox) হোৱা দিনটো। এই দিনত সূৰ্য্য পৃথিৱীৰ মধ্যভাগৰ ওপৰত কল্পিত 'বিষুৱ' ৰেখাত উপস্থিত হয়। এই সময়টো বছৰত দুবাৰ হয়। ২১ মাৰ্চ আৰু ২২ চেপ্তেম্বৰ। এই তাৰিখ দুটাৰ পৰা সংক্ৰান্তিৰ দিন দুটালৈ কেবাদিনোকৈ বাকী থাকে ; তথাপিও সেই সংক্ৰান্তি দুটাৰ ভিতৰত চ'ত-বহাগৰ সংক্ৰান্তিটোক মহাবিষুৱ-সংক্ৰান্তি, আহিন-কাতিৰ সংক্ৰান্তিটোক জলবিষুৱ সংক্ৰান্তি বোলা হয়। দুয়োটাতে 'বিষুৱ' শব্দ আছে। আমাৰ দৈৱজ্ঞসকলে মহাবিষুৱ-সংক্ৰান্তি গণনা কৰোতে সময়ে সময়ে ইয়াক 'বিষু' আৰু সময়ে সময়ে 'বিহু' শব্দ ব্যৱহাৰ কৰি আহিছে। গতিকে 'বিষুৱ' শব্দৰ পৰা যে বিহু হৈছে সেই কথাটো আমি উলাই কৰিব নোৱাৰো। কিন্তু মাঘ-বিহুৰ বেলিকা বিষুৱ শব্দটো ব্যৱহৃত নহয়। কাৰণ সংক্ৰান্তিটোক উত্তৰায়ণ সংক্ৰান্তি হে বোলা হয় ; কিয়নো সেই সময়ত ৰাতি, দিন সমান হোৱাৰ প্ৰশ্ন নুঠে। তেতিয়া দিন চুটি আৰু ৰাতি দীঘল। গতিকে মাঘৰ সংক্ৰান্তিক আমি 'বিহু' কিয় বোলো সেই অৰ্থ বিচাৰ্য্য। আন

হাতে কাতি বিহুৰ লগত 'বিষুবৰ' অৰ্থ আছে, কাৰণ সংক্ৰান্তিটোক জল-বিষুব সংক্ৰান্তি বোলা হয়। বিহু গণনাত দৈবজ্ঞবিলাকে এটা বিহু-পুৰুষ অঙ্কিত কৰে। তাক ছেদ পুৰুষ বোলা হয়। এই ছেদ-পুৰুষৰ যি যি অঙ্গত মানুহৰ জন্ম-ৰাশি পৰে তেওঁৰ বিহু সেই অঙ্গেৰে যায় বুলি কোৱা হয়। ইয়াৰ বাহিৰে বিহুত কোন মানুহে কি খাব লাগে আৰু কি বস্তুৰে গা-ধুব লাগে সেইবিলাক ফলো গণনা মতে দৈৱজ্ঞই শুনাই দিয়ে। গতিকে দেখা যায় আমাৰ জ্যোতিষ শাস্ত্ৰই প্ৰাচীন কালৰে পৰা বিহু মানি আহিছে আৰু বৈজ্ঞানিক ভিত্তিত সেই শাস্ত্ৰব বিহু সম্পৰ্কীয় ফলাফল বাহিৰ কৰি দেখুৱাই আহিছে। এইখিনি প্ৰমাণকে লৈ আমি দাঠি কব পাৰো নে যে বিহু উৎসৱ শাস্ত্ৰোদ্ভৱ ? এই সম্পৰ্কে আকৌ কি আছে চোৱা যাওঁক। কোনো কোনোৱে বিহু-উৎসৱক বৈদিক যুগৰ গবাময়ন আৰু মহাব্ৰত উৎসৱৰ লগত সাঙোৰে। গবাময়ন আৰু মহাব্ৰত যজ্ঞহে। গবাময়ন যজ্ঞ এদিনীয়া, বছৰ দিনীয়া, দহ বছৰীয়া, এশ বছৰীয়া বা হাজাৰ বছৰীয়া হব পাৰিছিল। দীৰ্ঘ দিনীয়া এটা গবাময়ন যজ্ঞত খণ্ড খণ্ড বহুত যজ্ঞ আছিল। তাৰে ভিতৰত মহাব্ৰত এদিনীয়া খণ্ড যজ্ঞ আছিল। ই এটা শীত কালত অৰ্থাৎ দিনৰ ভাগ যেতিয়া কম থাকে আৰু সূৰ্য্য দেৱতাৰ উত্তাপ কম থাকে তেতিয়া সম্পাদিত হৈছিল। সূৰ্য্য দেৱতাৰ উত্তাপ বৃদ্ধি কৰাও এটা উদ্দেশ্য আছিল। এই অৰ্থত আমাৰ মাঘ বিহুৰ মেজি বা ভেলা ঘৰ পোৰাৰ ইয়াৰ লগত এটা ক্ষীণ সাদৃশ্য থাকিব পাৰে। কিন্তু এই যজ্ঞ এনেকুৱা এটা অশ্লীল প্ৰথাৰে সমাধা হৈছিল যে তাক সভ্য সমাজে গ্ৰহণ কৰিব নোৱাৰে। তদুপৰি তাত বিষুবৰ অৰ্থ নাই যেতিয়া বিহু শব্দৰ লগত সামঞ্জস্য নাই।

বহাগ বিহু উৎসৱৰ আনুসঙ্গিক উৎসৱ হিচাপে আমাৰ বহাগ মাহৰ ভঠেলি উৎসৱবোৰ জড়িত থকাত কোনো কোনোৱে তাক শাস্ত্ৰোক্ত ইন্দ্ৰধ্বজ উত্তোলন উৎসৱৰ লগত তুলনা কৰে। কিন্তু ইন্দ্ৰধ্বজ উত্তোলন পৰ্ব ভাদ মাহতহে পতা হৈছিল। তাৰ উদ্দেশ্য আছিল ৰজাবিলাকে ইন্দ্ৰদেৱতাৰ পতাকা উত্তোলন কৰি প্ৰজাৰ মঙ্গল কামনা কৰা ; কিন্তু আমাৰ ভঠেলি উৎসৱৰ উদ্দেশ্য, কাক কোনে পৰাস্ত কৰিব পাৰে সেইটো চাবলৈ কৰা এটা প্ৰতিযোগিতামূলক উৎসৱহে।

গতিকে দেখা যায় যে কিছুমান বিপৰীত যক্তি থকাত বিহু বা ভঠেলি উৎসৱ আমি বেদমূলক বা শাস্ত্ৰোদ্ভৱ বুলি দাঠি কব নোৱাৰো ; যদিও ই বসন্তোৎসৱ হিচাবে আৰু আমাৰ জ্যোতিষ শাস্ত্ৰতো অনুমোদিত হিচাবে



শাস্ত্ৰৰ বহিৰ্ভূত নহয়। গৰু-বিহু বুলি আমি বিহুৰ প্ৰথম দিনটো উদ্‌যাপন কৰোঁ। অৱশ্যে সেইদিনা শাস্ত্ৰীয় গো-পূজাৰ ব্যৱস্থা আছে। তথাপিও এই গো-বিহুটিক প্ৰথমে শাস্ত্ৰীয় উদ্ভৱ বুলি নধৰি জাতীয়তা বোধেৰে গৰু কৃষিৰ ঘাই বস্তু হোৱাৰ বাবে এটা কৃষি কৃত্য বুলি ধৰাটোহে অধিক যুক্তি যুক্ত হব। তত্ৰাচ বিহুৰ ইতিবৃত্ত বা আদ্যোপান্ত বিচাৰি চালে তাত পাম যে জনজাতীয় বিলাকক ধৰিও বিহুৰ ভিতৰত নিজৰ নিজৰ লোকাচাৰ মতে ভগৱানক সকলোৱে ভজনা কৰে। গতিকে বিহুত ধৰ্মীয় বহণো আছে।

এতিয়া চোৱা হওক বিহুৰ উৎপত্তি সম্পৰ্কে আকৌ কি প্ৰমাণ আছে। বিহু শব্দটো আমি বড়ো ভাষাতো পাওঁ। "বি-ধাতু (খোজ, ভিক্ষাকৰ, প্ৰাৰ্থনা কৰ), 'হু' ধাতু (পাচী বা দুকুলি আদিৰ নিচিনা ডাঙৰ আৰু বহল পাত্ৰৰ দ্বাৰা আঁজলিয়ে আঁজলিয়ে ভৰোৱা), মানে ভিক্ষা কৰি আঁজলিয়ে আঁজলিয়ে ভৰাই লোৱা নতুবা প্ৰাৰ্থনা কৰি প্ৰচুৰ পৰিমাণে লোৱা।" আগৰ দিনত বিহুৰ ভিতৰত কছাৰী তিৰোতাসকলে নাচি-বাগি বিহুগীত গাই গাই মানুহৰ ঘৰে ঘৰে ভিক্ষা মাগি ফুৰা আমি স্বচক্ষে দেখিছিলোঁ। এই গীতবিলাকৰ অৰ্থই 'বিহু' শব্দৰ অৰ্থক যথাযথভাবে ফুটাই তুলিছিল ; যেনে,

'অ-ও-ও-ঐ আহা ঐ
হৰে হৰে ঐ
হৰে ৰঙালি !!
এনুথ'ৰ চিৰি ক'ত গেল
চৰাই হাল বায়
দক্ষিণা দিবৰ এলাহুতে
বেৰা ভলঙা চায়,
ঐ বেৰা ভলঙা চায়।
হৰে হৰে ঐ
উচি, উচি, উচি ঐ
খায় কথালৰ মুচি
গিৰিধৰীয়া বিদায় দি
আনি যাং গুচি
ঐ আমি যাং গুচি।
হৰে হৰে ঐ
হৰে ৰঙালি ॥

দিব দিব দিব ঐ
কিয় নিদিব
চাৰি ভকতক দান কৰিলে
আৰু চাৰিগুণ হব।
ঐ আৰু চাৰি গুণ হব ॥
হৰে হৰে ঐ
হৰে ৰঙালি। ইত্যাদি

বড়ো আৰু অসমীয়া ভাষাৰে মিহলি গীত গাই জনসাধাৰণৰ ঘৰে ঘৰে এইদৰে নাচি-বাগি ফুৰি ভিক্ষা লৈ এওঁলোকে এটা মিলা-প্ৰীতিৰ ভাৱ দেখুৱাইছিল।

অসমীয়া ভাষাত সংক্ৰান্তিক 'দোমাহী' বোলা হয়। যদিও এই দোমাহী শব্দৰ অসমীয়াত বুৎপত্তিগত অৰ্থও আছে, বড়ো ভাষাতো ইয়াৰ সাদৃশ্যমূলক শব্দ, 'দৌমাংস্বী' আছে। বৰ্তমানে কোন ভাষাৰ পৰা শব্দটো গৃহীত হৈছে সেইটো ভাষাবিদসকলৰ বিবেচ্য। ভাষাবিদসকলৰ পৰা আমি পাওঁ যে বড়ো ভাষাৰ বহুত শব্দ অসমীয়া ভাষাত সোমাইছে। এইবিলাক প্ৰমাণৰ পৰা আমি কবলগীয়া হওঁ যে বিহুৰ উৎপত্তি স্থল জনজাতীয় সমাজ। জনজাতীয় সমাজ বুলিলে তাৰ ভিতৰত আছে–কছাৰী (বড়ো, ৰাভা, মেচ, খাচি, গাৰো, কোচ, সোনোৱাল, ডিমাচা ইত্যাদি) মিৰি, মিকিৰ, ডফলা, খামটি (কাকিয়াল) নগা প্ৰভৃতি আৰু অৰুণাচলৰ জাতিবিলাক অৰ্থাৎ প্ৰায় সকলো পাহাৰী জাতি আৰু নামনিত থকা সেই জাতিবিলাক। এই সকল জাতিৰ কিছুমানৰ বেলেগে বেলেগে উৎপত্তি হোৱা কিছুমান কিংবদন্তি আছে। নৃতাত্বিকসকলৰ মতে এই সকলো বিলাক জাতিৰে মূলত হ'ল বাহিৰৰ পৰা অহা মঙ্গোলিয়ান, অষ্ট্ৰিক, তিবেতো-বৰ্মন ইত্যাদি ঠালবোৰৰ এটা সমন্বয়। অষ্ট্ৰিক্ জাতীয় মানুহ কোন বিলাক, আজি সেইটো ধৰা টান কিন্তু অসমীয়া ভাষাত অষ্ট্ৰিক ভাষাৰ প্ৰাধান্য বৰ বেচি। তদুপৰি অসমৰ সামাজিক প্ৰথাবিলাকৰ সৰহ ভাগ অষ্ট্ৰিক্ বুলি ডঃ কাকতি, ডঃ বিৰিঞ্চি বৰুৱা আৰু ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায় প্ৰভৃতি পুৰাতাত্বিক ভাষাবিদসকলে কৈ গৈছে। খাচী আৰু খাচী ভাষাক নমুনা স্বৰূপে অষ্ট্ৰিক বুলি ধৰা হয়। তদনুসাৰে জনজাতীয় বিলাকে বিহু উৎসৱ উৎপাত্ত কৰা বুলি কলেও আদিতে ইয়াক অষ্ট্ৰিক বুলিহে কোৱা হয়। যদি এইটো হয়, পৰবৰ্তী যুগতহে আৰ্য্য সংস্কৃতি অষ্ট্ৰিক সংস্কৃতি (তথা পুৰণি অসমীয়া সংস্কৃতি)ৰ লগত সমন্বিত



হোৱা বুলি অনুমিত হয়। যদিও আৰ্য্য সভ্যতাৰ পোহৰ অসমত আদিৰে পৰা আছে তথাপি আৰ্য্য বসতি আৰু আৰ্য্য-সংস্কৃতিৰ ব্যপকতা অসমত পৰবৰ্তী যুগতহে হৈছে। অষ্ট্ৰিক আৰু মঙ্গোলিয়ানসকল চীনৰ ফালৰ পৰা খৃঃ পূঃ ২000 বছৰত অসমলৈ অহা বুলি কোৱা হয়, তেতিয়া আৰ্য্য সভ্যতাৰ বিস্তাৰ কিমানদূৰ পৰ্য্যন্ত আমি চাব লাগিব। সিন্ধু-উপত্যকাতহে প্ৰথমে আৰ্য্য বা বৈদিক সভ্যতাৰ উৎপত্তি। আজিৰ নানা ৰকম প্ৰমাণেৰে প্ৰমাণিত হব ধৰিছে যে সেই সভ্যতাৰ যুগ খৃঃ পূঃ দহ হাজাৰ বছৰলৈও যাব পাৰে। তথাপি আমি তাৰ প্ৰতিষ্ঠা কাল বেচি পিচুৱাই নগলেও অন্ততঃ খৃঃ পূঃ 8000 বছৰৰ ইফালে আগুৱাই আহিব নোৱাৰো। এই সভ্যতা সিন্ধু উপত্যকা আৰু গঙ্গা উপত্যকাৰ মধ্য অঞ্চলত বিস্তাৰিত হওঁতে হাজাৰ হাজাৰ বছৰ অতিবাহিত হৈছিল। তাৰ বাহিৰেও অঙ্গ-বঙ্গ চুকি পাওঁতেও অনেক যুগ লাগিছিল; এনেস্থলত এই সভ্যতাই অসম চুকি পোৱাটো যে শেহতীয়া সি ধ্ৰুৰূপ কথা। খৃঃ পূঃ ২000 বছৰত অৰ্থাৎ অষ্ট্ৰিক সংস্কৃতি বিস্তাৰিত হোৱাৰ আগতে যে চুকি পাইছিল সেইটো সন্দেহজনক। পিচত চুকি পোৱাটো হলে অসমীয়া বিহু যে জনজাতীয় অৰ্থাৎ অষ্ট্ৰিক তাত সন্দেহ নাই। পিচত অৰ্থাৎ খৃঃ পূঃ ২000 বছৰৰ পৰবৰ্তী কালত বৈদিক সভ্যতা অসমত জনজাতীয় তথা অষ্ট্ৰিক সংস্কৃতিৰ লগত সমন্বিত হ'ল। অনাৰ্য্য (অষ্ট্ৰিক আৰু মঙ্গোলিয়ান) বিশ্বাসৰ কিছুমান যে বেদেও গ্ৰহণ কৰিছিল তাক বহুত পণ্ডিতে সমৰ্থন কৰে। যি সময়ত অষ্ট্ৰিক সংস্কৃতি অসমত বিস্তাৰিত হয়, তেতিয়া বৈদিক সংস্কৃতিৰ ক্ষীণ পোহৰ সমসাময়িক ভাৱে পৰিব পাৰে নাইবা বিস্তাৰৰ আৰম্ভণিও হব পাৰে। আজিৰ যি বিহু-উৎসৱ ই আৰ্য্য-সংস্কৃতিকে ধৰি সকলো সংস্কৃতিৰ এটা বিৰাট সমন্বয়ৰ বিশেষ দিশ বুলি ধৰিব লাগিব।

এই বিহু উৎসৱৰ কেইদিন পালন কৰিবলগীয়া সকলোবিলাক প্ৰথা যাক আজি অসমীয়া মাত্ৰেই পালন কৰে, আমি প্ৰাচীন কালৰ পৰা বড়ো-কছাৰী ভাইসকলৰ সমাজত পুৰামাত্ৰাত আৰু আন আন জন-জাতীয় সকলৰ ঘৰত নিজৰ নিজৰ লোকাচাৰ জনিত সামান্য গড়মিল সাপেক্ষে পাই অহা যে হৈছে––তাক সকলোৱে জানে। সেই প্ৰথা হৈছে–– (১) গৰুবিহু, মানুহ-বিহু ক্ৰমে প্ৰথম দুই দিনক ধৰি সাত বিহু পালন, (২) সাতবিহুত সাত বিধ তিতা বস্তু লগ লগাই ভোজন, (৩) বিহু-স্নানত আম-কুঁহি, মাহ, হালধি ইত্যাদি সাতবিধ বটি লোৱা বস্তুৰ ব্যৱহাৰ, (৪) বিহুৰ দিনা আবেলি সখিয়তি, বেহ, আগ্ৰা প্ৰভৃতি বস্তুৰে চোতালত গোহালি ঘৰৰ সন্মুখত

ধোঁৱা দিয়া, (৫) গৰুক গা ধুৱাই দীঘলতিৰে লাহে লাহে কোবাই মন্ত্ৰ গাই লাউ-বেঙেনা খুওৱা, (৬) তিৰোতা সকলে নিজ হাতেৰে বোৱা বিহুৱান আপোন জনক বিশেষকৈ ল'ৰা--ছোৱালীক উপহাৰ দিয়া, (৭) কনিষ্ঠসকলে জ্যেষ্ঠ সকলক সেৱা জনোৱা আৰু জ্যেষ্ঠসকলে কনিষ্ঠ সকলক আশীৰ্বাদ দিয়া, (৮) কাম-বন এৰি বিহুৰ প্ৰথম দুই দিন পথাৰত নানা ধৰণৰ শৌৰ্য্য-বীৰ্য্য প্ৰকাশক খেল প্ৰতিযোগিতা কৰা আৰু অনেক। হাফোল দিয়া বল প্ৰকাশক প্ৰতিযোগিতা, হাউখেল, ধোপখেল ইত্যাদি সাধাৰণতে কৰা হয়। এই 'হাফোল' শব্দটো বড়ো ভাষাতো পোৱা যায়। অতীতত জন-জাতীয় সকলৰ মাজত বিহু উৎসৱৰ মাদকতা অধিক আছিল। জন-সাধাৰণ আৰু উচ্চ শ্ৰেণীৰ হিন্দুৰ মাজত এই উৎসৱৰ প্ৰভাৱ পৰি প্ৰয়োজনীয়তাবোধ ক্ৰমান্বয়ে অধিকতৰ হৈ অহাৰ লগে লগে ই অসমীয়া সমাজৰ লগতে ওতপ্ৰোতভাৱে জৰিত হৈ পৰিল।

আৰ্য্যই হওক বা অনাৰ্য্যই হওক, জনজাতীয়ই হওক বা জনসাধাৰণ শ্ৰেণীয়েই হওক, শিক্ষিত শ্ৰেণীয়েই হওক বা অশিক্ষিত শ্ৰেণীয়েই হওক, মানুহৰ মনত আদিৰ পৰাই ঈশ্বৰ বিশ্বাস আৰু ধৰ্মীয় ভাব স্বয়ংজাত হিচাপে আহিছে আৰু আছে। কাৰণ কি? মানুহ জন্ম ধৰিলে এটা বোধ স্বভাৱতে আহে যে জীয়াই থাকিবলৈ খাদ্য লাগিব। আদিম মানৱৰ মনতেই এই ভাব আহিছিল। তেনেহলে খাদ্যৰ উপায় কি? খাদ্যৰ উপায় কৃষি। আকৌ ভাব হৈছিল--কৃষি কেনেকৈ হব? তাৰ বাবে নেদেখা জনৰ কৃপা লাগিব। তেওঁৰ এই কৃপা পাবলৈ হলে কামনা কৰি তেওঁক ভাবিব লাগিব। এইদৰেই উপাসনা আৰু ধৰ্মীয় ভাৱৰ সৃষ্টি হ'ল। এইদৰেই বিহুৰ ভিতৰত মানুহে নিজ নিজ লোকাচাৰ অনুসাৰে গোঁসাই-ঘৰ বা নাম-ঘৰত ভগৱানৰ ওচৰত যৎকিঞ্চিৎ উপাসনা আগ বঢ়োৱাটোও প্ৰথাৰ ভিতৰত সোমাই পৰিল। এই হিচাপে বিহু উৎসৱ কৃষি উৎসৱত পৰিণত হ'ল। বিহুৰ সময়তে নতুন বছৰৰ বাবে কৃষিৰ আৰম্ভণি। এই সময়ত পৃথিবীত প্ৰাকৃতিক পৰিবেশ কৃষিৰ আৰম্ভণিৰ বাবে অনুকূল হৈ পৰে। কুলি চৰাইৰ মাত শুনি জন-জাতীয় সকলৰ মনত শস্যৰ গুটি সিচিবলৈ নতুন উদ্যম আহি পৰে। তেওঁলোকৰ মনত এই সময়ত পৃথিবী প্ৰজনন শক্তি সম্ভৱা হৈ উঠে।

ফুলাম গামোচাখনিক বিহু উৎসৱৰ প্ৰাণ বুলি কব লাগিব। আপোন জনক এই ফুলাম গামোচা উপহাৰ দি অসমীয়া তিৰোতাই অন্তৰৰ ভাল পোৱা যাচে। অসমীয়া তিৰোতাৰ বিষয়ে মহাত্মা গান্ধীয়ে কৈছিল--



'They weave dreams and embroider love into the cloths' (অসমীয়া তিৰোতাই তেওঁলোকৰ কাপোৰত সপোনৰ ফুল বাচে আৰু দাঁতিত প্ৰেমৰ কাৰুকাৰ্য্য কৰে)। ৺কৰ্মবীৰ নবীন বৰদলৈদেৱে কৈছিল-- "বিহু অসমীয়াৰ প্ৰাণৰ ভিতৰেদি বৈ যোৱা প্ৰেমৰ ফল্গু নদী।" অসমীয়া তিৰোতাই বয়নশিল্পৰ মাজেদি প্ৰেমৰ এনেকুৱা নিদৰ্শন দেখুৱাই এনেকুৱা প্ৰশংসা লাভ কৰাটো নিশ্চয় কম গৌৰৱৰ কথা নহয়। অসমীয়া তিৰোতাৰ বোৱা-কটা প্ৰথা যে এটা সুকীয়া বৈশিষ্ট্য সি সকলোৰে স্বীকাৰ্য্য। তেওঁলোকে বোৱা-কটাৰ সুবিধা কেনেকৈ পালে আৰু তাৰ মূলত কি আছে-- তাক অলপ চোৱা হওক। ৺ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে কৈছে-- "সংস্কৃত কাৰ্পাচ শব্দটোও অষ্ট্ৰিকৰ দান। কোপইচ, কৰচ, কোপচ, কপহ--এনেবোৰ শব্দৰ পৰা কাৰ্পাচ শব্দ হৈছে। ইয়াৰ পৰা বুজা যায় কপাহৰ খেতি আৰু কপাহৰ সূতা-কটা প্ৰথা অষ্ট্ৰিকৰ দান। অসমৰ জনজাতিৰ মাজত তাঁত-শালৰ যি বহল প্ৰচাৰ, তাৰ মূলতে এই অষ্ট্ৰিক প্ৰভাৱ আৰু এই প্ৰভাৱৰ বেলিকা অকল জন-জাতীয়ই নহয়, তাৰ লগত আন জনসাধাৰণকো ধৰিব লাগিব। সম্ভৱতঃ চীনদেশৰ পৰা তাঁত-বোৱা প্ৰথা অসমলৈ আহে। লগতে পাট আৰু মুগা শিল্পও অষ্ট্ৰিক সকলেই আনে। আচু-সূতা, কিংখাপ অষ্ট্ৰিকৰ দান।"

এসময়ত সোণ আৰু ৰূপৰ কাম থকা কিংখাপ, গোমচেং আদি কাপোৰ আহোম যুগৰ ৰজাঘৰীয়া পোচাক আছিল। এনেকুৱা বহুমূলীয়া বস্তু যে অসমীয়া তিৰোতাৰ হাতেৰেই তৈয়াৰ হৈছিল তাক আমি কবই লাগিব। কিন্তু চাবলগীয়া কথা এইটো যে এই সম্পদ অসমীয়া তিৰোতাৰ হাতেদি আগৰ পৰাই হৈ থকা অৱস্থাত আছিল নে পৰৱৰ্তী যুগত আৰ্য্য সকলৰ হাতেৰে হৈছিল। কাৰণ বৈদিক যুগত এই বস্তুৰ প্ৰচলন থকা প্ৰমাণ পোৱা যায়। ৺ডাঃ বসুৰ 'The Age of the Brahmanas'ত উল্লেখ আছে; যেনে, Garments made of wool, cotton and silk were worn by men. Aryans had a great fascination for cloth with finely embroidered borders or interlaced with golden and silver threads ; it is embroidered in the middle and again embroidered at the end ; sewing and knitting were the tasks of women.—(বৈদিক যুগৰ মানুহবিলাকে উণী, কপাহী আৰু পাটৰ কাপোৰ পিন্ধিছিল। আৰ্য্যবিলাকৰ সোণ আৰু ৰূপৰ গুণাৰে কাম কৰা পোচাক পিন্ধাটো বৰ

চখ আছিল। সোণ আৰু ৰূপৰ কাম কাপোৰৰ মাজভাগ আৰু দাঁতিত কৰা হৈছিল)। আহোম ৰজাসকলেও এনেকুৱা পোচাক পিন্ধিছিল। সেই পোচাক আৰ্য্য-নাৰী সকলৰ হাতেৰে তৈয়াৰ হৈছিল নে আগৰ পৰা থকা অষ্ট্ৰিক জাতীয় সকলৰ হাতেৰে হৈছিল সঠিকভাৱে কোৱা টান। সময়ত যে দুয়োটা সভ্যতাৰ সমন্বয় হৈছিল তাক সঁচা বুলি ধৰিব পাৰি।

ভাৰতৰ আন আন ঠাইৰ তিৰোতাৰ হাতত বয়ন-শিল্প থকাৰ বিশেষ প্ৰমাণ নাই। সেইবিলাক ঠাইত তাঁতী শ্ৰেণীটোৱেহে তাক চলাইছিল।

মধুময় বসন্তৰ পৰশত পৃথিৱী–বুকুৰ বন-উপবনত তৰহে তৰহে জক্-মকীয়া ফুলৰ হেন্দোলদোপ, আকাশত কুলি, কেতেকী, বৌ-ককাদি চৰাইৰ সুমধুৰ স্বৰ আৰু চতুৰ্দিশে তৰু-তৃণৰ গাত নতুন পাতফুল ভৰপুৰ হৈ উঠাত প্ৰাকৃতিক শোভা মনোমোহা হৈ উঠে। প্ৰকৃতি-দেৱীৰ গাত যৌৱনৰ মহা পয়োভৰ। ঋতুৰাজ বসন্ত তেওঁৰ কাৰণে উদ্বাউল। ইয়াৰ প্ৰতিক্ৰিয়া মানুহৰ মনতো। ডেকা-ডেকেৰীৰ মনত সৌন্দৰ্য্যময় কোলাহলৰ মাজেদি যিটো আনন্দ-ভাৱৰ পিৰপিৰণি উঠে, সেইটো হৈছে পীৰিতি। পুৰুষ-স্ত্ৰী, পিতামাতা-সন্তান, দদাই-ভাই, ভাই-ভনী আৰু পৰস্পৰ ইণ্ট-বন্ধু সকলোৰে মনত ওপচি পৰে মাত্ৰ এটি ভাৱ। সেয়া ভালপোৱা। তাৰ চিন স্বৰূপে পৰস্পৰে উপহাৰ দিয়া দিম্নি কৰে ফুলাম বিহুৱানখনি।

এনে অৱস্থাত ডেকা-ডেকেৰীৰ মনত নাচ-গীত-ভাৱৰ উদ্ৰেক স্বাভাবিকতে হয়। আনন্দ-ভাৱৰ পিৰপিৰণিয়ে তেওঁলোকক আঁতৰত থকা নিৰ্জন বিহুতলীলৈ টানি লৈ গৈছিল। আনন্দই তেওঁলোকক উন্মনা কৰিছিল আৰু তাৰ অনুভূতিবোৰৰ বাহিৰত উদ্গীৰণ হৈছিল। এই উদ্গীৰণবোৰেই বিহুগীত। ই চহাজীৱী প্ৰেমিক হিয়াৰ পৰা বাহিৰ হোৱা সৰল মধুময় কাব্যিক ভাষা। ইয়াৰ বাবে নালাগে উচ্চ বিদ্যা, নালাগে উচ্চ শিক্ষা আৰু নালাগে উচ্চ জন্ম। বিহুগীতবিলাক অসমীয়া সাহিত্যৰ অঙ্গ হৈ পৰিছে। প্ৰেমিক-প্ৰেমিকাই পৰস্পৰ নান্দনিক বৰ্ণনা কৰিবলৈ যাওঁতে কবিতাৰ মাজেদি প্ৰকৃতি জগতৰ বিভিন্ন বস্তুক মাধ্যম হিচাপে অবলম্বন কৰি লোৱা দেখা যায়। এইখিনিতে গ্ৰাম্য জীৱনৰ নানা চিত্ৰ ধৰা পৰে ; যেনে বিয়া-সবাহ, তামোল-পান, বাঁহৰ লিক্লিকীয়া আগ, পথাৰ-দলনি, কাকিনী-তামোল, মদাৰ গছৰ পান, আকাশৰ কুলি-কেঁতেকী আৰু যে কিমান, কৈ অন্ত কৰিব নোৱাৰি। তদুপৰি, বিহুগীতত পোৱা যায়—প্ৰাকৃতিক সৌন্দৰ্য্যৰ বৰ্ণনা, ধৰ্ম বিশ্বাস, তত্ত্ব-বিচাৰ, জীৱনৰ সঞ্চিত অভিজ্ঞতা, জীৱনৰ সুখ-



দুখ আৰু আশা-নিৰাশাৰ ইত্যাদিৰ ছবি।

যদি বিহু নাচ-গীতত কিবা অমাৰ্জিত দোষ আছে সি সৰ্বতোভাবে বৰ্জনীয়। তাৰ উৎপত্তি যতেই হওক, সি আজিৰ সভ্য সমাজোপযোগী হব লাগিব আৰু নতুন ৰূপত প্ৰাচীন অসমীয়া জাতি আৰু অসমীয়া সংস্কৃতিৰ ঐতিহ্যৰ বাহক হিচাবে স্থান পাব লাগিব। আহোম ৰাজত্বৰ সময়ত আৰু তাৰ আগে পাচে অধিক সংখ্যক বিহুগীত ৰচিত হৈছে। বছৰি বছৰি ৰজা-ঘৰে বিহু উৎসৱ অতি সমাৰোহেৰে উদ্যাপিত কৰিছিল। এই ৰজা-ঘৰীয়া সমৰ্থন আৰু পৃষ্ঠপোষকতাই তাহানিতে বিহুক বহুখিনি আগবঢ়াই থৈছে। আজিও ই ৰজা-ঘৰীয়া পৃষ্ঠপোষকতা পাব লাগিব।

অসমৰ তিনিওটা বিহুৰ কৃত্য আৰু প্ৰথাবিলাকৰ মাজত সমপৰ্য্যায়তা নাই। বহাগ বিহুৰ সম্পৰ্কে ওপৰত কোৱা হৈছে।

কাতি-বিহুত বড়ো ভাষাৰ 'বিহু' শব্দ জনিত পোৱা অৰ্থ নাই। ইয়াত ধৰ্মীয় বহুন বহুখিনি আছে। সিদিনা নিশা আকাশ-প্ৰদীপ জ্বলোৱা হয়। এই প্ৰদীপৰ জৰিয়তে বিষ্ণু উপাসনা আৰু আন কৃত্য আগবঢ়োৱা হয়। তাত বিষ্ণুভক্ত বলি ৰজাৰ আখ্যানো মিহলি হৈ আছে। এই সময়ত শালি ধানে থোৰ মেলে আৰু কৃষকৰ মনত ই ভবিষ্যতৰ আশাৰ স্থল হৈ পৰাত তেওলোকে ধানৰ গুৰিত ধূপ, দীপ আৰু নৈবেদ্য দানেৰে ভগৱানৰ গুণানুকীৰ্তন কৰে। এই ফেৰা কৃত্য কৃষি-কৃত্যৰ ভিতৰুৱা।

মাঘ বিহুৰ কথাও আগতে উনুকিয়াই অহা হৈছে। তাত বিষুব শব্দৰ অৰ্থৰ লগত মুঠেই সম্পৰ্ক নাই। মহাব্ৰত যজ্ঞৰ সূৰ্য্য দেৱৰ উত্তাপ বঢ়োৱা উদ্দেশ্যটোৰ লগত ইয়াৰ সাদৃশ্য ইমান ক্ষীণ যে তাৰপৰা মেজি বা ভেলা ঘৰ পোৰা উৎসৱ উদ্ভৱ হব নোৱাৰে। এই বিহুৰ নাম ভোগালী বিহু। কিয়নো বহাগৰ পৰা নানা কষ্টৰ মাজেদি খেতি চলাই এই সময়ত তাৰ সফল পোৱা হয়। সকলো ভোগৰ সামগ্ৰী ঘৰতে জমা হয়। জনজাতি আৰু সাধাৰণ জন সমাজে অৰ্থাৎ অসমীয়া মাত্ৰেই এই বিহুক বহাগ বিহুৰ দৰে সমানে উপভোগ কৰে। ইও কৃষি-কৃত্যৰ ভিতৰত পৰিব।

অসমীয়া জাতীয় উৎসৱ বিলাকৰ ভিতৰত বিহুৱে প্ৰধান। বিহুৰ উৎপত্তি স্থল যʼতেই হওক আৰু ই যেতিয়াই হওক সেই কথাটোতকৈ আজিৰ দিনত বিহুৰ প্ৰয়োজনীয়তাৰ কথাটোৰ ওপৰতহে গুৰুত্ব দিব লাগিব। সাগৰৰ তলত থকা মণি-মুক্তা পাবলৈ হলে বজাৰতহে বিচাৰিব লাগিব, তাক সাগৰৰ পৰা কেনেকৈ তোলা হয় তাক বিচাৰিবৰ দৰকাৰ নাই। আজি অসমীয়া জাতিৰ সন্ধিক্ষণ উপস্থিত হৈছে। আগৰ অসম ভাগ ভাগ

হৈ গ'ল। অসম বুলি যিখিনি অৱশিষ্ট আছে তাৰ ৰক্ষাৰ বাবে আমাৰ সংহতিও নাই। হে অসমবাসী, এই সংহতি ৰক্ষাৰ কাৰণে জাতি, ধৰ্ম, সম্প্ৰদায় নিৰ্বিশেষে আহক, সকলোৱে উমৈহতীয়া বিহু পতাকাৰ তলত সমবেত হৈ উদ্দেশ্য সাধনৰ বাবে জীৱন-পণ পূৰ্বক প্ৰতিজ্ঞাবদ্ধ হওঁহক। আজি নানা সমস্যাই অসমীয়াক জুমুৰি দি ধৰিছে, কেনেকৈ তাৰ সমাধান-বোৰ হব পাৰে, আজিৰ বিহুতলীত তাৰো আলোচনা কৰোহঁক।

তদুপৰি আকৌ এটা কথা। প্ৰাচীন কালৰ পৰাই অসমখন সংস্কৃতি বহুল দেশ। সেই সাংস্কৃতিক সাধনবিলাক জীয়াই ৰাখি উত্তৰোত্তৰ উন্নতি বিধান কৰিবলৈ হলে এই বিহু অনুষ্ঠান আমোঘ অস্ত্ৰ। বিহুক আজি এনেকুৱা ভাবে সজাই পৰাই শক্তিশালী কৰি তুলিব লাগিব, যাতে ইয়াত আমাৰ প্ৰাচীন আৰু আধুনিক সকলো কৃষ্টি-সংস্কৃতি বিলাকৰ নমুনা একত্ৰিত কৰি তাক বাইজৰ আগত দৰ্শাই ভবিষ্যতলৈ তাৰ চৰম সাধনৰ পথত আগবাঢ়ি যাব পাৰোঁ। আজি প্ৰাচীন বিহুতলীক চহৰৰ বুকুলৈ উঠাই আনি তাক আধুনিক ৰূপ দিয়া হৈছে; কিন্তু এইখিনিতে সাৱধান হব লাগিব যাতে সেইটো কৰিবলৈ যাওঁতে আমি অতীতক পাহৰি নাযাও আৰু যাতে আমি বিজাতৰীয়া হৈ নাযাওঁ। সেইটো হবলৈ হলে আমি অসমীয়াই সকলো পাহৰিম, সকলো হেৰাম; ফলত অপসংস্কৃতিয়ে আগুৰি ধৰি আমাৰ সংস্কৃতিক নিমজ্জিত কৰিব।

বিহুবলীয়া আমি অসমীয়া
বিহুৱে আমাৰ বাপতি সাহোন,
বিহুক পাহৰিলে জাতি-কুল হেৰাব
ভাঙিব আমাৰ জাতীয় দাপোন।

ওঁ জয়তু বিহু, জয়তু অসম, জয়ত অসমীয়া। ০০০

—০০০—

০০০ ॥ ১৯৭৯ চনৰ বৰভাগ-বনভাগ আঞ্চলিক বিহু সন্মিলনীৰ মুখপত্ৰ 'বিহুবান'ৰ প্ৰথম প্ৰবন্ধৰূপে প্ৰকাশিত ॥

# ঃ লেখকৰ আন কেইখনমান গ্ৰন্থ ঃ

১। ঃ **অসমীয়া ভাষাৰ এৰা বোটলা** ঃ [প্ৰস্তুত]

সোণসেৰীয়া 'হেমকোষ' অভিধানৰ ঐতিহাসিক প্ৰয়ত্ন আৰু প্ৰচেষ্টাৰ পাচত চন্দ্ৰকান্ত আভিধানে আৰু কিছু শব্দ ধৰি ৰখাৰ যত্ন অব্যাহত ৰাখিলেও অসমীয়া ভাষাৰ এতিয়াও বহুত শব্দ ভাষা সাহিত্যত প্ৰযোজ্য আৰু ব্যৱহৃত হৈও পৰবৰ্ত্তী অভিধান কেইখনত স্থান পোৱা নাই। কথ্য ভাষাৰ মাজতো থকা বহুতো সাহিত্যিক মান বিশিষ্ট খণ্ড বাক্য আৰু ব্যৱহৃত শব্দৰ আভিধানিক সংগ্ৰহ আৰু তাৰ ৰূপ সংৰক্ষণৰ ব্যৱস্থা এতিয়াও হোৱা নাই। বহু পৰিমাণে ভাষা-সাহিত্যৰ বৃদ্ধি আৰু প্ৰগতি নিৰ্ভৰ কৰে সেই ভাষাত সংৰক্ষিত শব্দ-কোষৰ ওপৰত। শব্দ-বৃদ্ধিৰ বাবে ব্যৱহৃত শব্দ সংৰক্ষণৰ একমাত্ৰ প্ৰচেষ্টা হল শব্দ কোষ প্ৰণয়ণ।

অসমীয়া ভাষা-সাহিত্যত ব্যৱহাৰ হৈ থকা আৰু অসমৰ বিভিন্ন অঞ্চলত প্ৰযোজ্য কথ্য ভাষাৰ মাজেদিও সাহিত্যিক ৰূপ পাব পৰা অথচ এতিয়ালৈ অভিধানত নথকা প্ৰায় দেৰ হাজাৰৰ অধিক শব্দৰ সংগৃহীত শব্দকোষ— এই নামৰ গ্ৰন্থখন।

শব্দৰ মূল, ৰূপ আৰু ব্যুৎপত্তি দেখুৱাই অসমীয়া আৰু ইংৰাজী অৰ্থ সন্নিবিষ্ট কৰি আৰু বাক্যত ব্যৱহাৰৰ উদাহৰণ দি গ্ৰন্থখন প্ৰস্তুত কৰা হৈছে।

অসমৰ ঐতিহাসিক গবেষক, অননুকৰণীয় আৰু অগতানুগতিক অনবদ্য ভাষা শৈলীৰ একমাত্ৰ গৰাকী, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি সাহিত্যিক **শ্ৰীবেণুধৰ শৰ্মাদেৱ** আৰু অন্যতম প্ৰথিতযশা সৃষ্টি-শীল সাহিত্যিক, অসমীয়া ভাষা-সাহিত্যৰ ওজা, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অধ্যাপক **শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাদেৱৰ** দ্বাৰা 'অভিনৱ' গ্ৰন্থ বুলি আখ্যাপ্ৰাপ্ত আৰু উচ্চভাবে প্ৰশংসিত।

— o —

২। ঃ **হিয়াৰ বাতৰি** ঃ [সামাজিক উপন্যাস]

প্ৰথম সংস্কৰণ ॥ জুলাই, ১৯৭৯ চন।
পৰিবেশক ঃ বীণা লাইব্ৰেৰী ঃ
পাণবজাৰ, গুৱাহাটী।

প্ৰাপ্তিস্থান ঃ (১) বীণা লাইব্ৰেৰী, গুৱাহাটী।
(২) গৃহবন্ধু গ্ৰন্থাগাৰ, লৰমা
কামৰূপ বৰখলা, কামৰূপ।

মূল্য— ৬'৫০ টকা।

গতানুগতিক প্ৰেম-কাহিনীৰ উৰ্দ্ধত বাস্তৱতাৰ ছাঁত আদৰ্শক মূৰ্ত কৰিবলৈ কৰা ৰসোত্তীৰ্ণ এখনি সামাজিক উপন্যাস। বিদগ্ধ সাহিত্য